# শ্ৰীকৃষ্ণৰ ৰাসকেলী।

( কীৰ্ত্তন ভাওনা )





শ্ৰীহৰকিশোৰ চৌধুৰী ভক্তিবিনোদ।

# শ্ৰীকৃষ্ণৰ ৰাসকেলী।

( কীৰ্ত্তন ভাওনা )





ৰচোঁতা—

শ্ৰীহৰকিশোৰ চৌধুৰী ভক্তিবিনোদ।




।৵০ অনা।

প্রকাশক—
গ্রন্থকাৰ।
পোঃ দলগোমা।
উপৰতলা।

---



ভাৰতমিহিৰ যন্ত্রত
শ্রীযুগলচৰণ দাস দ্বাৰা মুদ্রিত
৮৫ নং অপাৰ সাৰকুলাৰ ৰোড
কলিকাতা।



# নিবেদন ।

অসমীয়া ৰাইজ, পণ্ডিতমণ্ডলী আৰু নাট্য সমাজৰ প্ৰতি,—

সবিনয় নিবেদন এই,—প্ৰায় এবছৰ ধৰি বহু চিন্তা আৰু গবেষণা কৰি, আসামত ঈশ্বৰ অৱতাৰ মহাপুৰুষ শ্ৰীশ্ৰীশঙ্কৰদেৱ আৰু শ্ৰীশ্ৰীমাধবদেৱ এই দুজনা গুৰুৰ আবিষ্কৃত মহাপুৰুষীয়া ধৰ্ম্মৰ মত অনুসৰি আৰু তেওঁলোকৰ ৰচিত কিতাপৰ ভাৱ, শব্দ, পদলৈ, এনেকি বহুত অসমীয়া ভাষাৰ নাট, ভাওনা লিখোঁতা পূজনীয় কবি সকলৰ ৰচিত কিতাপ আদিৰ সহায় লৈ, এই মূঢ়ে পঙ্গুয়ে গিৰি লঙ্ঘন কৰাৰ নিচিনা "শ্ৰীকৃষ্ণৰ ৰাসকেলী" কীৰ্ত্তন ভাওনা নামে এই ক্ষুদ্ৰ কিতাপ খানি সংগ্ৰহ কৰিলোঁ। আশা কৰোঁ অসমীয়া ৰাইজে কোনো দোষ নধৰি, সাদৰে গ্ৰহণ কৰি মোৰ যত্ন আৰু পৰিশ্ৰমৰ সাৰ্থক কৰে যেন।

শ্ৰীযুত গোলোক বিহাৰী ৰায় মহাশয় ইয়াক হাতেলিখা অৱস্থাতেই চাই দিয়াৰ বাবে তেখেতক ইয়াৰেই কৃতজ্ঞতা জনালোঁ।

অলমতি বিস্তৰেণ।

উপৰতোলা
পোঃ দলগোমা
২।৯।৩৬

বিনীত—
শ্ৰীহৰকিশোৰ চৌধুৰী।

# ভাৱৰীয়াসকল

মুনিহ ।

১ । শ্ৰীকৃষ্ণ ।

২ । ১ম ভৰ্ত্তা ।

৩ । ২য় ভৰ্ত্তা ।

৪ । ৩য় ভৰ্ত্তা ।

৫ । ৪ৰ্থ ভৰ্ত্তা ।

৬ । মাউৰা ।

৭ । সূত্ৰধৰ ।

তিৰোতা ।

১ । ১ম পোপী ।

২ । ২য় গোপী ।

৩ । ৩য় গোপী ।

৪ । ৪ৰ্থ গোপী ।

৫ । ৫ম গোপী ।

৬ । বুঢ়ী এজনী ।

—o—

# শ্ৰীকৃষ্ণৰ ৰাসকেলী

( কীৰ্ত্তন ভাওনা )

## বন্দনা আৰু সূচনা।

সূত্ৰধৰৰ উক্তি,—

( গীত )

জয় নমো নাৰায়ণ গোলকৰ পতি—হে।
তোমাৰ চৰণে লৈলোঁ শৰণ সম্প্ৰতি—হে॥
জয় জয় কৃষ্ণ কৃপা অমৃত সাগৰ—হে।
যাৰ পদ সেৱা কৰে ব্ৰহ্মা মহেশ্বৰ—হে॥
মহা বিশ্ব-দ্ৰোহী তৰে যাৰ লৈয়া নাম—হে।
হেন কৃষ্ণ পদে কৰোঁ সদায় প্ৰণাম—হে॥
গুণ কাল কৰ্ম্ম মায়া অধীনত যাৰ—হে।
কৰে কটাক্ষতে সৃষ্টি পালন সংহাৰ—হে॥
হেন মহেশ্বৰ কৃষ্ণ নিত্য নিৰঞ্জন—হে।
কায়-বাক্য-মনে ভজোঁ তাহান চৰণ—হে॥
মোৰ নিজ গুৰু হৃদীশ্বৰ যদুৰায়—হে।
দিয়া উপদেশ মোক কৃপা দৃষ্টি চাই—হে॥
কৃষ্ণ পাদ-পদ্ম দুই হৃদয়ত ধৰি—হে।
গুৰুৰ চৰণ মনে শিৰোগত কৰি—হে॥
ভাওনা কীৰ্ত্তন, কৃষ্ণ লীলা-মৃত গীত—হে।
প্ৰকাশিবলৈকে হৰি হোৱা হৃদিস্থিত—হে॥

স্থত্ৰধৰৰ উক্তি,—

(গীত)

শাৰদ পূৰ্ণিমা তিথি, দিবা অৱসানে।
নিৰংত থাকি কৃষ্ণ, ভাবে মনে মনে ॥
কি হেন ভাবে হে,—(ভকত বৎসল হৰি) কি হেন ভাবে হে,-
ভাবত আকুল ভৈলা, হাতে বাঁহী তুলি লৈলা,
গৈলা কৃষ্ণ যমুনা পুলিনে,—। (হায় ৰে)
প্ৰকৃতি নিয়ম ধৰি, বংশী ধ্বনি কৰে হৰি,—
ভুলাবলৈ ব্ৰজবাসী গণে ॥

—o—

১ম দৃশ্য।

যমুনাৰ পাৰত।

(শ্ৰীকৃষ্ণৰ আবিৰ্ভাব)

(গীত)

বাজ হে মোহন বেণু, বাজ সুমোহন স্বৰে।
নেদেখি গোপীৰ মুখ, মন কেনেকুৱা কৰে ॥
আজি শাৰদ পূৰ্ণিমা, উদয় পূৰ্ণ চন্দ্ৰমা।
গোপী ভকতি অনলে, হিয়া যে দগধ কৰে ॥
গোপীকাৰ মনো আশা, পূৰ্ণ কৰোঁ আজি নিশা।
পাতিম গৈ ৰাস-কেলী, কুঞ্জ কানন ভিতৰে ॥

(শ্ৰীকৃষ্ণৰ অন্তৰ্দ্ধান)

## ২য় দৃশ্য।

ব্ৰজপুৰী ৰাজ পথত।

( এক একৈকে গোপীসকলৰ প্ৰবেশ )

( গীত )

১ম গোপী— আহাহে সখি সব ! বংশীধ্বনি কৰিছে কানাই।
তেজি গৃহ যাওঁ তান ঠাই। বংশীধ্বনি কৰিছে কানাই ॥

২য় গোপী— নেযাবা নেযাবা সখি, অকলে নেযাবা।
সঙ্গত লৈ মোক কৃষ্ণ কাষলৈকে যাবা ॥

৩য় গোপী— নাছাৰিবা সখি মোক—( দেখোঁ গৈ কৃষ্ণমুখ )।
নাছাৰিবা সখি মোক ॥

৪র্থ গোপী— হেৰ সখি ! মই পৰম দুখিনী ( মোক লোৱা কৰি সঙ্গিনী )
হেৰ সখি ! মই পৰম দুখিনী ॥

৫ম গোপী— ময়ো যাওঁ, ~~ময়ো যাওঁ~~। ( কৃষ্ণপদ সেৱিবলৈ )
( জুমুৰ ) ময়ো যাওঁ, ~~ময়ো যাওঁ~~ ॥

( এজন এজনকৈ গোপী-ভৰ্ত্তা সকলৰ, এজন মাউৰাৰ আৰু
এজনী বুঢ়ীৰ প্ৰবেশ )

১ম ভৰ্ত্তা— ( নিজ গোপীৰ কেশ ধাৰণ )

( গীত )

পাপীষ্ঠানী অভাগিনী ক'ত যাবি তই হে,—
লাখুটিৰে হাড় তোৰ ভাঙ্গিম যে মই হে—
( জুমুৰ ) ক'ত যাবি তই হে—( ইহেন নিশা কালত )
ক'ত যাবি তই হে—( স্বামীৰ সেৱা নকৰি )
ক'ত যাবি তই হে—॥

১ম গোপী— ( কথা ) স্বামিন ! মই তোমাৰ চিৰ আশ্ৰিতা দাসী, ই সত্য, আৰু পতি শুশ্ৰূষা যে তিৰোতাৰ একান্ত কৰ্ত্তব্য ই কথাও সত্য। কিন্তু,—

( গীত )

নাপাৰিবা গালি মোক, নিদিবা যাতনা।
স্থিৰ মনে শুনা মোৰ মনৰ কামনা॥

১ম ভৰ্ত্তা—( কথা ) বাৰু, কি কব খুজিছা ততালিকে কোৱা,

( গীত )

১ম গোপী— তুমি মোৰ স্বামীদেৱ, হৰি যে পৰম দেৱ,
কৃষ্ণৰূপে হইছে উদয়।
সেৱি তাহান চৰণ, সফল কৰোঁ জীৱন,
এই মোৰ মনে আশা হয়॥

( কথা ) স্বামিদেৱ ! শুনক সৌ কৃষ্ণদেৱে বংশীধ্বনি কৰিব লাগিছে। সেই ধ্বনি শুনি মই সাংসাৰিক জ্ঞান শূন্যা হৈ পৰিছোঁ, কিমান সময়ত গৈ যে, তেওঁৰ চৰণ দৰ্শন কৰিম, এই নিমিত্তে মই আকুল হৈ পৰিছোঁ।

১ম ভৰ্ত্তা—( কথা ) তেন্তে কোৱাচোন, কৃষ্ণ সেৱাৰ ফল আৰু স্বামী সেৱাৰ ফল কিমান দূৰ বেলেগ।

১ম গোপী—( কথা ) স্বামিন ! বৰ্ত্তমান সময় মোৰ মনত এই স্থিৰ বিশ্বাস হৈছে,—

(গীত)

তুমি স্বামী মোৰ, ইহ জীৱনৰ, ইন্দ্ৰিয় সুখ কাৰণে।
মোক্ষ সুখদাতা, কৃষ্ণৰ চৰণ, সেৱোঁগৈ আনন্দ মনে ॥
(জুমুৰ) স্বামিন! বিদায় দিয়া মোক হে—(সেৱিবলৈ কৃষ্ণ পদ)
বিদায় দিয়া মোক হে,—
এৰি দিয়া মোক হে—(নধৰিবা নমাৰিবা) এৰি দিয়া মোক হে—
(কৃষ্ণপদ সেৱিবলৈ) এৰি দিয়া মোক হে—।
(তযু চৰণত ধৰোঁ) এৰি দিআ মোক হে—।

১ম ভৰ্ত্তা—(নিজৰ মনত ভাবি থিৰাং কৰিলে)

(কথা) ধন্য হৰিৰ মায়া, আজি মোৰ তিৰোতা জনী হৰিৰ মায়াত ভোল গৈছে, মোৰ কি সাধ্য যে, তেওঁৰ মন পৰিবৰ্ত্তন কৰিম। এতেকে তেওঁক বিদায় হে দিয়া যুগুত।

(প্ৰকাশ্যে) প্ৰিয়ে! ধন্যা তুমি। তোমা হেন ৰমণী ৰতন লাভ কৰি ময়ো ধন্য হলোঁ। এতিয়া মই হৰ্ষমনে তোমাক বিদায় দিলোঁ। কিন্তু এটি কথা, এই নিশাকালত তিৰোতা জাতি ঘৰ এৰি যোৱা শাস্ত্ৰ বিগৰ্হিত কাম।

১ম গোপী—(কথা) স্বামিন্! এই বিষয় সবিশেষ কওঁ শুনক,—

(গীত)

সেৱা ধৰ্ম্মে যাৰ মতি ;—(নাই দিন নাই ৰাতি)—
সেৱা ধৰ্ম্মে যাৰ মতি।

১ম ভৰ্ত্তা—(কথা) প্ৰিয়ে! তেন্তে বিদায় দিলোঁ, যোৱাঁ।

(১ম গোপীৰ প্ৰস্থান)

(২য় ভৰ্ত্তাৰ প্ৰবেশ আৰু ক্ৰোধে তেওঁৰ গোপীকাৰ প্ৰতি)

( গীত )

হে পাপীষ্ঠী নেওচনী, কোৱা মোক সত্য বাণী।
ই নিশাত যোৱা কোন ঠাই, ই নিশাত যোৱা কোন ঠাইহে,—
ই নিশাত যোৱা কোন ঠাই ॥
কোলাৰ ছৱাল এৰি, বেগেতে আহিছা লৰি
তাৰ প্ৰতিফল দিওঁ এই, তাৰ প্ৰতিফল দিওঁ এই হে,—
তাৰ প্ৰতিফল দিওঁ এই ॥

( জুমুৰ ) কি জ্ঞান শিকিছ হে—( হেৰ অজ্ঞানৰ বেটী )
কি জ্ঞান শিকিছ হে,— ॥

২য় গোপী—( কথা ) স্বামি! মোৰ সৰল গোহাৰি শুনক,—

( গীত )

ত্ৰিজগত-পতি হৰি, কৃষ্ণ ৰূপে অৱতৰি, ব্ৰজপুৰে হইছে প্ৰকাশ।
সেৱিম তান চৰণ, এই মোৰ স্থিৰ মন, আশা মোৰ নকৰা নৈৰাশ ॥
কোলাৰ ছৱাল এৰি, নোসোধা নোপোছা কৰি,
আহিছোঁ যে এই নিশা ভাগে।
সাংসাৰিক যত জ্ঞান, শূন্য মোৰ এই ক্ষণ, হিয়া দহে কৃষ্ণ ভক্তি ৰাগে ॥

( জুমুৰ ) সি বাবে আহিছোঁ হে,— ( নোসোধা নোপোছা কৰি )
সিবাবে আহিছোঁ হে,—( কোলাৰ ছৱাল এৰি )
সিবাবে আহিছোঁ হে,—( কিবা বাধা হব বুলি )
সিবাবে আহিছোঁ হে,—

২য় ভৰ্ত্তা—( কথা ) তই যে কৃষ্ণ ভক্তি কৰিবলৈ আহিছ, এই পিয়াহ খোৱা নিচেই কুমলীয়া লৰাটোৰ জীৱন ৰক্ষাৰ উপায় কি কৰিছ? পিয়াহ নাথালে যে তাৰ ৰাতিৰ ভিতৰেতে প্ৰাণবায়ু এৰি যাব। সেই বিষয় কি ভাবিছ? মাতৃহৈ পুত্ৰ হত্যা কৰিব খুজিছ নেকি?

২য় গোপী— ( গীত )

জগত জীৱন হৰি, ৰাখিব যে দয়া কৰি,
অভাগীৰ পুত্ৰৰ জীৱন ।
তেওঁ সৰ্ব্ব মূলাধাৰ, পুত্ৰক দিব আহাৰ,
মাতৃৰূপে কৰিব ৰক্ষণ ॥

( জুমুৰ )—নকৰিবা ভয় হে,—( পুত্ৰৰ জীৱন হেতু ) নকৰিবা ভয় হে,—
নকৰিবা ভয় হে,—(এৰি দিয়া মোক স্বামি ) নকৰিবা ভয় হে,—

২য় ভৰ্ত্তা—( কথা ) ( স্বগত ) ধন্য মায়াময় হৰিৰ মায়াজাল। এই জালত বন্দী হৈ, জীৱে মিছাই মোৰ মোৰ কৰে ; আৰু তেওঁৰ কৃপাবলে, আকৌ সি পাশ ছিঙ্গিও, মানুহে তেওঁৰ অনুৰক্ত হয়। আজি মোৰ তিৰোতা· জনী যেনে কৃষ্ণ প্ৰেমত ব্যাকুলা হৈছে, তেওঁৰ এই কামত বাধা দিয়া মোৰ ভাগ্য নহব। আৰু বাধা দিলেও মোৰ সি বাধা নুশুনিব। এতেকে তেওঁক তালৈ যাব দিয়াই যুগুত।

( প্ৰকাশ্যে ) প্ৰিয়তমে! তুমি যোৱা ; শ্ৰীকৃষ্ণৰ সেৱা ভক্তি কৰা গৈ।

( ২য় গোপীৰ প্ৰস্থান )

৩য় ভৰ্ত্তা—( নিজ গোপীৰ হস্তে শিকলিৰে বন্ধন )

( গীত )

হেৰ পিশাচিনী, কুল-কলঙ্কিনী
কৈলেকে যোৱা ই ৰাতি।
লোৰ শিকলিৰে বান্ধি আজি তোক
বিহিম উচিত শাস্তি ॥

( জুমুৰ ) যেনেই কৰ্ম্ম তেনেই ফল—(নিশ্চয় ভুঞ্জিবা আজি)
যেনেই কৰ্ম্ম তেনেই ফল ॥

৩য় গোপী— (গীত)

স্বামি দেৱ, তযু পদে জানিবা, মোৰ মিনতি,
নুবুজি নকৰিবা দুৰ্গতি ;—জানিবা মোৰ মিনতি ॥

৩য় ভৰ্ত্তা—(কথা) ধৰ্ম্মহীনে !

(গীত)

নুশুনিম তোৰ, কাকূতি বচন, নকৰোঁ সেৱা গ্ৰহণ।
ধৰ্ম্মপত্নী হই, স্বামীৰ মনত, দিলা দুখ যত মান ॥

(জুমুৰ)—নিশ্চয় জানিবা হে,—(অকৰ্ম্মৰ ফল দিম) নিশ্চয় জানিবা হে,—
—নিশ্চয় জানিবা হে,—(অধৰ্ম্মৰ ফল পাবা)
নিশ্চয় জানিবা হে,—

৩য় গোপী—(কথা) স্বামিদেৱ! মই কি এনে অধৰ্ম্ম কাম কৰিছোঁ, যে তাতে তুমি মোক শাস্তি বিহিবা।

৩য় ভৰ্ত্তা—(কথা) তই বাঁহীৰ মাত শুনি বলিয়া হৈ, মোৰ হাক বাধা নুশুনি, কেলেই এই নিশাকালত ইয়ালৈ আহিছ।

(গীত)

এই জানোঁ তোৰ নাৰী-ধৰ্ম্ম, (নেজান স্বামীৰ মৰ্ম্ম)—
এই জানোঁ তোৰ নাৰী-ধৰ্ম্ম,।

৩য় গোপী—(কথা) স্বামিদেৱ! যিদিনা মোক পিতাদেৱে তিল-কুশ ধৰি তোমাক বিয়া দিয়ে, সিদিনা তুমি যি অঙ্গীকাৰ বাক্য কৈ মোৰ পাণি গ্ৰহণ কৰিছা, সেই প্ৰতিশ্ৰুতি তোমাৰ মনত আছেনে? বাৰু কোৱাঁ।

৩য় ভৰ্ত্তা—( কথা ) কিয়নো নেথাকিব, ভালকৈয়ে মনত আছে। মই তোৰ পাণিগ্ৰহণ কৰোঁতে এই অঙ্গীকাৰ বাক্য কৰিছোঁ যে, ধৰ্ম্মে স্বাৰ্থেচ, কামেচ, নাভিচৰিতব্যা, প্ৰজাপতি দৈবতা, কন্যকাঃ মমেয়ং। সেই বাবেই তুমি মোৰ সহধৰ্ম্মিণী হোৱা।

৩য় গোপী—( কথা ) তেন্তে মই তোমাৰ ধৰ্ম্মৰ সহায় কৰিব পাৰিম বুলি আহিছোঁ, ইয়াত মোৰ কি দোষ হৈছে ?

৩য় ভৰ্ত্তা—( কথা ) মোৰ ধৰ্ম্মৰ কিৰূপ সহায় কৰিব আহিছ ? বাৰু কোৱাঁ।

৩য় গোপী—( কথা ) প্ৰাণনাথ !

## ( গীত )

কৃষ্ণৰ পৰম, ভকত যে তুমি, কৰা কৃষ্ণক ভকতি।
তযু পদে দাসী, আহিছোঁ সম্প্ৰতি, কৃষ্ণ ভজিবাক প্ৰতি॥

(জুমুৰ) ইয়াত কি দোষ হে,—( সম্বৰণ কৰা ৰোষ ) ইয়াত কি দোষ হে—
এৰি দিয়া মোক হে,—( যাওঁ কৃষ্ণ দৰশনে ) এৰি দিয়া মোকহে,—

৩য় ভৰ্ত্তা—( কথা ) বাৰু, বুজিলো, তই মোৰ ধৰ্ম্মৰ সহায়কাৰিণী হৈ শ্ৰীকৃষ্ণক ভজনা কৰিবলৈ, শ্ৰীকৃষ্ণৰ ওচৰলৈ যাবি। ইপিনে তোৰ স্বামীক কাম দান কৰিব কোনে ? স্বামীৰ ইচ্ছামতে কাম দান নকৰিলে যে তিৰোতাৰ পাপ হয়। সেই পাপৰ পৰা মুক্তি পাবৰ উপায় কি কৰিছ ?

৩য় গোপী—( কথা ) কাম দান কি নাথ! সন্তান উৎপাদনৰ নিমিত্তে পুৰুষ আৰু তিৰোতাৰ ইন্দ্ৰিয় মিলন নহয় ? এই ইন্দ্ৰিয় মিলনক ৰঙ্গৰতি বোলে। সি খন্তেকীয়া কাম সুখ মাথোন। স্বামিদেৱ! তুমি পৰম জ্ঞানী। ৰতি যে দুই বিধ; তাক আপুনি ভালকৈ

জানে। সেই দুই বিধ ৰতি এই, ভক্তিৰতি আৰু ৰঙ্গৰতি। ই ৰতিশাস্ত্ৰত লিখা আছে। কৃষ্ণত ৰতি হোৱাক ভক্তিৰতি আৰু পুৰুষ—তিৰোতাৰ ইন্দ্ৰিয় সংমিলনৰ ৰতিক ৰঙ্গৰতি বোলে। পুৰুষ, তিৰোতাসকলোৰ কাল ভেদে আৰু জ্ঞানভেদে ই দুই বিধ ৰতিত সম্পূৰ্ণ অধিকাৰ আছেই। কিন্তু এটাৰ অনুশীলনত আনটো বাধা প্ৰাপ্ত হয়। মোৰ এই সময় ভক্তি ৰতিৰে মন ব্যাকুলা, কেনেকৈ শ্ৰীকৃষ্ণৰ শ্ৰীপাদ দৰ্শন পাম, এই বিষয় মই অস্থিৰ। ৰঙ্গৰতি এতিয়া সম্পূৰ্ণ মোৰ নিষ্প্ৰভ। তুমি মোক বাধা নকৰিবা। ইয়াত তোমাৰ পাপ হব।

( গীত )

তয় পদে মিনতি, নকৰা মোক দুৰ্গতি, বান্ধএৰি দিয়া সতকাই। (স্বামি হে)
কৃষ্ণৰ নিমিত্তে মন, হইছেহি উচাটন, ততালিকে যাওঁ তান ঠাই ॥
এৰি দিয়া মোক প্ৰভো,—এৰি দিয়া মোক হে,—
শিকলি বন্ধন-পৰা,—এৰি দিয়া মোক হে,—

৩য় ভৰ্ত্তা,—( কথা ) বাৰু যোৱা ; কিন্তু অনুৰোধ শ্ৰীকৃষ্ণত ভোল গৈ মোক একেবাৰে নেপাহৰিবা। যিহেতু আমি সাংসাৰিক জীৱ। অস্থায়ী সাংসাৰিক সুখত আমি আবদ্ধ।

৩য় গোপী—( কথা ) স্বামিদেৱ! কেতিয়াও তেনে নেভাবিব।

( গীত )

কৃষ্ণত কৰিম ভক্তিৰতি ; ( স্বামীত কৰিম ৰঙ্গৰতি )।
কৃষ্ণত কৰিম ভক্তিৰতি ;—

( ৩য় গোপীৰ প্ৰস্থান )

৪ৰ্থ গোপী—( নিজ গোপীৰ চুলিত ধৰি ক্ৰোধভৰে )

( গীত )

কুলক্ষণি দগা বাজি, কলৈকে আহিছা আজি,
ইটো ৰাতি সাজ পাৰ লৈ। ( হায়ৰে )
গৃহকৰ্ম্ম পৰি হৰি, বেগতে আহিছা লৰি,
ভাল মানুহৰ বেটী তই ॥
বিহিম উচিত শাস্তি, জলকীয়া দিম বাটি
কাচি পুৰি দাগাম নিশ্চয়। ( তোক আজি )
কোনে কৰিব ৰক্ষণ, নাপাবিহি পৰিত্ৰাণ,
জানা তোৰ জীৱন সংশয় ॥

৪ৰ্থ গোপী—( কথা ) স্বামিদেৱ !

( গীত )

শুনা মোৰ মনোবাসনা ( নুবুজি কৰা কদৰ্থনা )
শুনা মোৰ মনো বাসনা।

৪ৰ্থ ভৰ্ত্তা—( কথা ) জ্ঞানহীনে ! তোৰ বৰ কলিজা দেখোঁ ? মই নুবুজিহে যেন তোক গালি শপনি পাৰিছোঁ। এই ৰাতিৰ ভাগৰ সমস্ত গৃহকৰ্ম্ম জলাঞ্জলি দি, মোৰ চকুত ধূলি মাৰি আহিছ, ইয়াতে তোৰ দোষ হোৱা নাই জানোঁ ? এতিয়া মই ভালে ভালে সুধিছোঁ, তয়ো মোক ভালে ভালে উত্তৰ দিবি। ক, তই কোন অসৎ পুৰুষৰ কুপৰামৰ্শ পাই, অসৎ বেশ্যা কামত উন্মত্তা হৈ পৰিছ আৰু সেইবাবে এই ৰাতি চুৰুণীৰ নিচিনা ইমান দূৰলৈ আহিছ। বুজিছোঁ তই কাৰবাৰ নিমিত্তে আকুলা হৈ পৰিছ, সত্য কথা কবি, মিছা কলে বিশেষ শাস্তি পাবি।

৪ৰ্থ গোপী—( কথা ) স্বামিদেৱ ! তুমি মোৰ ধৰ্ম্মৰক্ষক হৈ কিয় এনে হিয়া দগ্ধ কৰা কথাষাৰ শুনাইছা। হায় ! হায় !! মই মৰি নেযাওঁ বা কিয় ? যি তিৰোতাক স্বামীয়ে বেশ্যা বুলি ভাবে, তাই মৰি যোৱাই ভাল।

( গীত )

তুমি মোৰ স্বামী গুৰু, কি কথা শুনালা আৰু
হিয়া মোৰ ফাটিছে কেৱল।
কাজ নাই ই জীৱনে ধৰিছোঁ তযু চৰণে,
কৃপা কৰি দিয়া হে গৰল ॥
শ্ৰীহৰি স্মৰণ কৰি, মৰোঁ বিষ পান কৰি,
দূৰ হ'ক সংসাৰ নিকাৰ।
থাকা অভাগীৰ স্বামী পৰম সুখত তুমি,
এই ভিক্ষা চৰণে তোমাৰ ॥

( কথা ) স্বামিদেৱ !

( জুমুৰ ) দিয়া মোক বিষ হে,—( খাই মৰোঁ মই পাপিনী )—
দিয়া মোক বিষ হে,—

৪ৰ্থ ভৰ্ত্তা—( কথা ) নাৰকিনি ! তই যদি ব্বিশ্চাৰিণী নহলাহেঁতেন তেন্তে এই ৰাতি এনেকৈ ইয়ালৈ নাহিলাহেঁতেন, যদিও বা তই কোনো সৎ কামৰ বাবে আহিছ মোৰ হুকুমলৈ অন্ততঃ অহা উচিত আছিল। তই নিশ্চয় কুলতাৰ কাম কৰিবলৈকেহে এনে ভাবে আহিছ।

৪ৰ্থ গোপী—( কথা ) ৰাম, ৰাম !! আকৌ তেনে অশ্ৰাব্য বাক্য স্বামীৰ মুখত শুনিবলৈ পালোঁ। শ্ৰবণ বধিৰ হোৱা, আৰু হে দেৱৰাজ ইন্দ্ৰ ! এই হতভাগিনীৰ প্ৰতি যেন সদয় হোৱা।

( গীত )

দয়া কৰা দেৱৰাজ, ( মাথে মোৰ হানা বাজ )
দয়া কৰা দেৱৰাজ।

( কথা ) স্বামিদেৱ !

( গীত )

তুমি এই কাম কৰা, নিজ হস্তে অস্ত্র ধৰা,
মোক কাটি কৰা খান খান—
মোক কাটি কৰা খান খান হে,—
মোক কাটি কৰা খান খান।
বিদূৰিত হব খণ্ড, পাবাহা মনত ৰঙ্গ,
অভাগীৰো জুৰাব পৰাণ,
অভাগীৰো জুৰাব পৰাণ হে,—
অভাগীৰো জুৰাব পৰাণ ॥

৪ৰ্থ ভৰ্ত্তা—( স্বগত ) ( কথা ) হৰি হে! মই যেনে ভাবিছিলোঁ, তেনে নহয় নহয় যেন বোধ কৰোঁ। এতিয়া খং এৰি দিওঁ। সান্ত্বনা বাক্যেৰে সোধোঁ মূল কথাটো কি হব।

( প্ৰকাশ্যে ) প্ৰণয়িনি! মই আৰু তোমাৰ ওপৰত খং নকৰোঁ। এ আষাৰ কথা সোধোঁ, সৰল ভাবে উত্তৰ দিবা।

৪ৰ্থ গোপী—( কথা ) স্বামিদেৱ! কি সুধিবলৈ খোঁজে, সোধঁক ; ধৰ্ম্ম সাক্ষী আৰু তোমাৰ চৰণ সাক্ষী, মই কাহানিও মিছা কথা নকওঁ।

৪ৰ্থ ভৰ্ত্তা—তেন্তে শুনা,—

( গীত )

দুৰন্ত কামক, কৰে পৰাজয়, বুলি নাৰী কুলকামিনী।
যদি থাকে নিজ, স্বামীত ভকতি, সেয়ে হয় স্বৰ্গগামিনী ॥
তোৰ প্ৰণয়ত, সদায় সন্তুষ্ট, আছিলোঁ যে ইমান দিন।
আজি কিয় মোৰ, বুকে শেল হানি, নিশাতে আহিছা ই থান ॥

( জুমুৰ ) বুজাই দিয়া মোক হে,—( নকৰিবা ভয় আৰু ) বুজাই দিয়া মোক হে,—( সৰল ভাৱত আৰু ) বুজাই দিয়া মোক হে,—

৪র্থ গোপী—( কথা ) স্বামিদেৱ !

( গীত )

শুনিয়া ৰংশীৰধ্বনি, নাচিছে হি হিয়াখনি,
নাহি গৃহ স্বামী-পুত্ৰ জ্ঞান।
একান্ত হইছে মন, ভজিতে কৃষ্ণ চৰণ,
যাবলৈ আহিছোঁ তান থান ॥

( গীত )

( কথা ) এতেকে ;—স্বামি মোক বিদায় দিয়া—( দাসী ভাবি কৰি দয়া )
স্বামি মোক বিদায় দিয়া ॥
( জুমুৰ ) (নতু) নিশ্চয় মৰিম হে,—(গলত ছুৰিকা হানি) নিশ্চয় মৰিম হে,—
( অগনিত জাম্প দিয়া ) নিশ্চয় মৰিম হে,—( জল মাজে বুৰ যাই )
নিশ্চয় মৰিম হে,—

৪র্থ ভৰ্ত্তা—( কথা ) তেন্তে তোমাৰ স্বামী শুশ্ৰূষা কেনেকৈ হয় ?
শাস্ত্ৰত শুনিছোঁ যে,—

( গীত )

স্বামী সেৱা যেই নাৰী কৰয় সদায়।
আঠ কোটি বছৰ স্বৰ্গত সুখ পায় ॥
মনুষ্যৰ গায়ে নোম আছে যত যত।
তত কাল থাকিবই স্বৰ্গ ভুবনত ॥

( কথা ) তেন্তে তোমাৰ ই আকৌ কি ?

( গীত )

বাঁহীৰ সুস্বৰ শুনি বলিয়া হইছ।
কুল-ধৰ্ম্ম পৰি হৰি পাপ আচৰিছ॥
আপুনি মজিলি কুলকো মজালি ( পাপ সাগৰত )—
আপুনি মজিলি কুলকো মজালি,—
( জুমুৰ ) জানিবি ই সাৰ হে,—( অন্তিমোনৰকে যাবি )—
জানিবি ই সাৰ হে,—( অশেষ যাতনা পাবি )—
জানিবি ই সাৰ হে,—

৪র্থ গোপী—( কথা ) স্বামিদেৱ! মই একো পাপ কাম কৰা নাই বুলি ভাবিছোঁ। তুমি শাস্ত্র যুক্তি মতে মোক বুজাইছা, যে যিবিলাক তিৰোতাই সদায় স্বামী সেৱাত ৰত থাকে, তেওঁলোকে অন্তিম কালত আঠ কোটি বছৰ স্বৰ্গ সুখ ভোগ কৰে। এতেকে ময়ো, এই কথা বিশ্বাস কৰোঁ। কিন্তু শাস্ত্র যুক্তিমতে মোৰো আন এটি কথা বিশ্বাস হৈছে ;—কওঁ শুনা,—

( গীত )

পুণ্য ক্ষয় হৈলে পুনু হব যে পতন।
তেনেই সুখক মোৰ নাহি যায় মন॥
কৃষ্ণৰ সেৱাত চিৰঞ্জীৱ সুখ পায়।
আছে, ভাগৱতে লিখা জানিবা নিশ্চয়॥
নাৰী কি পুৰুষ কোনো নাহি ভেদ জ্ঞান।
কৃষ্ণ ভজি মোক্ষ সুখ পায় সৰ্ব্বজন॥
ভাগৱত সাৰ ধৰ্ম্ম স্বামি মনে জানি।
কৃষ্ণ ভজিবাক মোক দিয়া হে মেলানি॥

( জুমুৰ ) দিয়া হে মেলানি হে,—( কৃষ্ণ ভজিবাক মোক )
দিয়া হে মেলানি হে,—( ৰবযে নোৱাৰোঁ আৰু )
দিয়া হে মেলানি হে,—( যাওঁ কৃষ্ণ কাষলৈকে )
দিয়া হে মেলানি হে,—

৪ৰ্থ ভৰ্ত্তা—( স্বগত ) ( কথা ) এৰা, এই কথাও সত্য। কি পুৰুষ কি তিৰোতা উভয়েই শ্ৰীকৃষ্ণক ভজনা কৰিব পাৰে, আৰু কৰাও যুগুত। ইয়াতে কোনো পক্ষৰে দোষ নহয়। ইয়েই ভাগৱতৰ সাৰ ধৰ্ম্ম। এতেকে মোৰ সহধৰ্ম্মিণীক, শ্ৰীকৃষ্ণক ভজনা কৰিবলৈ বিদায় দিয়াই যুগুত। (ঈশ্বৰৰ প্ৰতি) প্ৰভো! তোমাৰ ইচ্ছাই পূৰ্ণ হ'ক। ( প্ৰকাশ্যে ) প্ৰণয়িনি! তোমাক মই সন্তোষ মনেৰে বিদায় দিলোঁ। যোৱা তুমি শ্ৰীকৃষ্ণক ভজনা কৰা গৈ।

( ৪ৰ্থ গোপীৰ প্ৰস্থান )

( মাউৰাৰ প্ৰবেশ )

( গীত )

আই হে! ক'লৈকে আহিছা মোক টোপনিতে থই।
বৰ ভয় পালোঁ আজি মই,—
ক'লৈকে আহিছা মোক টোপনিতে থই ॥

৫ম গোপী—( কথা ) বাছাধন মোৰ! সোণাই ৰতন !! নেকান্দিবা।

মাউৰা—( কথা ) আই দেৰি!

( গীত )

পুৱাতে এমুঠি, বাহী অন্ন খাই, ই দিনৰে দিন মান ।
গোঠে মাঠে যাই, সহি নানা দুখ, কৰি আছোঁ গোচাৰণ ॥
ভোকে পিয়াঁহেৰে, পিতনী শৰীৰ, অবস দুখে ভাগৰে ।
ই হেন দুৰ্দ্দশা, হই সাঁজ বেলা, আহিছোঁ আপোন ঘৰে ॥
আই বুলি লগালোঁ মাত,—( খুজিলোঁ তোমাত ভাত )
আই বুলি লগালোঁ মাত,—
সদুত্তৰ নাহি পালোঁ,—( শয্যাতে শুই থকিলোঁ )
সদুত্তৰ নাহি পালোঁ,—
নিদ্ৰাগত হোৱা দেখি,—( মোক সি ভাৱতে ৰাখি )
নিদ্ৰাগত হোৱা দেখি,—
দুৱাৰত দিয়া ৰাড়ি,—( আহিছা অনাথ কৰি )
দুৱাৰত দিয়া ৰাড়ি,—
ই জানোঁ মাতৃৰ ৰীতি,—( ই জানোঁ মাতৃৰ ৰীতি জননি ! )
ই জানোঁ মাতৃৰ ৰীতি,—( অবোধ সন্তানে তেজে নিশাকালে )
ই জানোঁ মাতৃৰ ৰীতি ;—

( কথা ) জননি ! মোক তুমি দহমাহ, দহ দিন গৰ্ভত ধাৰণ কৰি, ওপজাৰে পৰা মোৰ নিমিত্তে নানা দুখ কষ্ট সহ্য কৰি পালি পুহি আছা। তুমিয়েই কৈছিলা,—মই ওপজাৰ কেইদিন পাচতেই পিতাদেৱে সমস্ত সংসাৰৰ দয়া মায়া পৰিত্যাগ কৰি স্বৰ্গধামলৈ গৈছে। ইমান দিনে মই মাতৃ-স্নেহ, যত্নৰ পৰা বঞ্চিত হোৱা নাছিলোঁ। বুজিব নোৱাৰিলোঁ ; আজি কিয় মোৰ প্ৰতি এনে নিষ্ঠুৰা হৈ পৰিছা। এতিয়া ইয়াকেহে বুজিলোঁ যে, তুমিও পিতাদেৱৰ নিচিনাকৈ সংসাৰৰ মায়া মমতা এৰি দি, মোকো অনাথ কৰি কৰবালৈ চলি যাবা।

( গীত )

সন্তানত নাই মৰ্ম্ম, ইজানোঁ মাতৃৰ ধৰ্ম্ম,
কৰা এনে গৰহিত কাম।
নিদ্ৰাতে সন্তান ৰাখি, কৃষ্ণ কৃষ্ণ বুলি ডাকি,
এই ৰাতি যোৱা কোনো ধাম ॥
পাষাণেৰে হিয়া খনি, বান্ধি আছাহি জননি,
সি বাবেহে পুত্ৰ মায়া হীনা।
হয় অনেক কুপুত্ৰ, কু জননী কদাচিত,
নাহি হয় এই মনে জানা ॥

( জুমুৰ ) যদি থাকে এনে ভাব তোমাতে ;—(ওপজাতে কিয় নবধিলা মোৰে)
যদি থাকে এনে ভাব তোমাতে ;—

৫ম গোপী—( কথা ) বাছাধন ! নেকান্দিবা। তোমাৰ কুমলীয়া মুখৰ সুমিষ্ট ভৰ্ৎসনা শুনি সন্তোষ পালোঁ। জীউধন ! মই আজি শ্ৰীকৃষ্ণৰ মায়াত মুগ্ধ হৈ, সন্তানৰ মায়াক একেবাৰেই পাহৰিছোঁ। সি বাবে এই হতভাগিনী, তোমাৰ জননী হৈও, পিশাচিনীৰ নিচিনা নিৰ্দ্দয়া, নিষ্ঠুৰা হৈ, তোমাক তেনে অৱস্থাতে ৰাখি আহিছোঁ। এতিয়া মই শ্ৰীকৃষ্ণক ভজনা আৰু তেওঁৰ চৰণ সেৱা কৰিবলৈ যাওঁ। ভজনা ও সেৱাৰ পিছত কৃষ্ণদেৱৰ আজ্ঞা লৈ, যিমান পাৰোঁ, সোনকালে উভতি আহি, তোমাক ভাত পানী দিম। তুমি জেঠিয়েৰৰ ঘৰত গৈছিলা নে ? মই তোমাৰ নিমিত্তে তেওঁক কৈ-মেলি আহিছোঁ। এতিয়া তুমি জেঠিয়েৰৰ ঘৰলৈ যোৱা, তেওঁৰ লগতে থাকিবা দেই।

মাউৰা—( কথা ) আই শ্ৰীকৃষ্ণনো কোন ? তেওঁক সেৱা ভজনা কৰিলে আমাৰ কি হব ?

৫ম গোপী—( কথা ) বাছা ! তেন্তে কওঁ শুনা,—

( গীত )

অনন্ত ব্ৰহ্মাণ্ড, সৃজন সংহাৰ, যিজন কটাক্ষে হয় ।
পৰম ঈশ্বৰ, পুৰুষ সি জন, বুলি বেদ শাস্ত্ৰে কয় ॥
কৃষ্ণ হৰি ৰাম, গোপাল গোবিন্দ, অন্ত নাই নাম যাৰ ।
নৰ ৰূপ ধৰি, ব্ৰজপুৰে হৰি, কৃষ্ণৰূপে অৱতাৰ ॥
হেনয় কৃষ্ণৰ, ভজিলে চৰণ, মোক্ষ সুখ লাভ হয় ॥
অন্তিম কালত, নাহি থাকে আৰু, যম যাতনাৰ ভয় ॥

( জুমুৰ ) কৃষ্ণ হে পৰম দেৱ ( কৃষ্ণ বিনে নাহি কেৱ )
কৃষ্ণ হে পৰম দেৱ ;—
একে জানি ধৰ্ম্ম সাৰে, ( যাওঁ কৃষ্ণ ভজিবাৰে )
একে জানি ধৰ্ম্ম সাৰে ;—

( কথা ) বোপাই ! এতিয়া তুমি বুজিলা নে ?

মাউৰা—( কথা ) জননি ! তেন্তে কোৱাচোন, কেনেকৈ শ্ৰীকৃষ্ণৰ ভজনা আৰু তেওঁৰ সেৱা ধৰ্ম্ম কৰিব লাগে ।

৫ম গোপী—( কথা ) বাছাধন ! তেন্তে কওঁ শুনা,—

( গীত )

এক মনে কৃষ্ণৰূপ কৰি নিৰীক্ষণ ।
প্ৰণাম কৰিতে হয় সি ৰাঙ্গা চৰণ ॥
ভক্তি ভাৱে শ্ৰবণ কীৰ্ত্তন গুণ নাম ।
কৰিলে সঁফল হয় মানব জনম ॥
দূৰে যায় ভব যাতনা,—( এই সাৰ ধৰ্ম্ম জানা )
দূৰে যায় ভব যাতনা ;—

মাউৰা—( কথা ) মাতৃ! কৃষ্ণ নাম শুনি মোৰ ভোক পিয়াহ একেবাৰেই নাইকিয়া হল হি। দেহ, মন, প্ৰাণ আটাইয়ে সুস্থিৰ হৈ পৰিছে। আৰু মনতো নথৈ আনন্দৰ ভাৱ উপজিছে। মোৰ এতিয়া ভয় ভাৱনা একো নাই। মই আৰু নেকান্দো; জেঠি আইৰ ঘৰলৈ যাওঁ। তুমি আনন্দ মনেৰে শ্ৰীকৃষ্ণ দেৱক ভজনা আৰু তেওঁৰ শ্ৰীপাদপদ্ম সেৱিবলৈ যোৱা। ( ৫ম গোপীৰ প্ৰস্থান )

১ম ভৰ্ত্তা—( কথা ) ভাই হঁত!

( গীত )

বুজিব নোৱাৰোঁ শ্ৰীকৃষ্ণৰ মায়া,—
( নেজানোঁ কি ভাবে কৰে কাক দয়া )—
বুজিব নোৱাৰোঁ শ্ৰীকৃষ্ণৰ মায়া,—

২য় ভৰ্ত্তা—( কথা ) ককাই দেও! মোৰ মনতো তেনে ভাৱ হৈছিল,—
কিন্তু এতিয়া ভাবি দেখিলোঁ যে,—

( গীত )

কৰিছে কি কৃষ্ণ দয়াৰ কথা,—
( ব্ৰজ গোপীকাক কৰি ধৰ্ম্ম ভ্ৰষ্টা )
কৰিছে কি কৃষ্ণ দয়াৰ কথা,—

( কথা ) ককাই দেও মই একেহে জানোঁ।

( গীত )

নাৰীৰ সৰ্ব্বস্ব ধন সতীত্ব ৰতন।
হৃদি মাজে যি নাৰীৰ আছে বিদ্যমান॥

কৰে সদা স্বামী সেৱা নেসেৱে আনক।
নেযায় সি জনী পৰপুৰুষ কাষক ॥
আনৰ উচ্ছিষ্ট নাহি, কৰয় ভোজন।
এই হে নাৰীৰ ধৰ্ম্ম শাস্ত্ৰৰ বচন ॥

( কথা ) ককাই দেও ! আকৌ কওঁ শুনা,—

( গীত )

যদি পূৰ্ণ ব্ৰহ্ম কৃষ্ণ, পূৰ্ণ জ্ঞান ময় হে।
নাৰী-ধৰ্ম্ম-ব্যাভিচাৰ কি হেতু ঘটায় হে,— ॥

৩য় ভৰ্ত্তা—( কথা ) ভাই !

( গীত )

নাৰী-ধৰ্ম্মৰ কি ব্যাভিচাৰ—( ঘটালে কৃষ্ণ আমা-সবাৰ )—
—নাৰী-ধৰ্ম্মৰ কি ব্যাভিচাৰ ;—

২য় ভৰ্ত্তা—( কথা ) ককাই দেও ! তেন্তে ভাঙি-পাতি কওঁ শুনা ;—

( গীত )

বেণুস্বৰে কৃষ্ণ গাইছে গীত—( আকুল কৰিছে ৰমণীৰ চিত্ত )—
বেণুস্বৰে কৃষ্ণ গাইছে গীত,—
ই বৰ আচৰিত কথা,—( স্বামী ছাৰি যায় তিৰোতা )
—ই বৰ আচৰিত কথা ;—

( জুমুৰ ) ( এত ) পাপে পৰশিলে হে, ( ধৰ্ম্ম গল ৰসাতলে )
পাপে পৰশিলে হে,—

( গীত )

৩য় ভৰ্ত্তা—তেনেই নহয় ভাই,—( আছে তাত গুঢ় তত্ত্ব )

তেনেই নহয় ভাই,—

২য় ভৰ্ত্তা—( কথা ) ককাই দেও! ই দেখা দেখি অসদাচৰণ, ইয়াত কি গুঢ় তত্ত্ব আছে নেজানোঁ? মোৰ মতে এই হে হব পাৰে বুলি বিশ্বাস কৰি লব লাগে।

( গীত )

পূৰ্ব্ব জনমত কিবা কৰি আছোঁ পাপ হে!
সি কাৰণে আমাসাৰ হেন মনস্তাপ হে॥

৩য় ভৰ্ত্তা—( কথা ) সি কথা নহয় ভাই, সি কথা নহয় ;—

( গীত )

পূৰ্ব্ব জনমৰ আৰু আছে মহাভাগ্য হে।
সি কাৰণে কৃষ্ণধন পাই আছোঁ লাগ হে॥
পৰম ঈশ্বৰ যদি কৰয় অকৰ্ম্ম হে।
তেজস্বীত নাহি আৰু কিছুই অধৰ্ম্ম হে॥
সৰ্ব্ব হুতাশন বহ্নি সবাকই শোষে হে।
তথাপিতো কিছুমাত্ৰ নোছোয়ে যে দোষে হে॥
ঈশ্বৰ নুহিকে যোনে হয় মূঢ় মতি হে।
সেয়ে হেন কৰ্ম্ম কৰি যায় অধোগতি হে॥
জগত অন্তৰ্য্যামী নাৰায়ণ—( তান কোন পৰদাৰ গমন )—
জগত অন্তৰ্য্যামী নাৰায়ণ,—

ভাই ! পৰীক্ষা কৰিছে কৃষ্ণ ধৰ্ম্মৰ বিচাৰে।
নাহিকে অধৰ্ম্ম আৰু আমা সবাকাৰে ॥
( জুমুৰ ) জানিবা নিশ্চয় হে,—( অধৰ্ম্মৰ লেশ নাই )
জানিবা নিশ্চয় হে,—( পৰীক্ষা কৰিছে মাথোঁ )
জানিবা নিশ্চয় হে,—

২য় ভৰ্ত্তা—(কথা) ককাই দেও ! মই এতিয়াও ভালকৈ বুজি পোৱা নাই।

৩য় ভৰ্ত্তা—( কথা ) ভায়া ! তেন্তে আকৌ কওঁ শুনা,—এই বিশ্ব সংসাৰ যি জনে সৃজন কৰিছে, সাংসাৰিক নিয়ম বিলাককো অৰ্থাৎ ধৰ্ম্মাধৰ্ম্ম, কৰ্ম্মাকৰ্ম্ম, নাৰীৰ সতী ধৰ্ম্ম ইত্যাদিকো তেওঁয়েই সৃজন কৰিছে। সি সৃজন কৰ্ত্তাজনৰ নামেই পৰমেশ্বৰ। তেওঁ মুহূৰ্ত্ততে কোটি কোটি বিশ্বসংসাৰ সৃজন আৰু ধ্বংস কৰিব পাৰে। সেই বিশ্বপতি ভগবানেই পৃথিবীৰ ভাৰ সংহাৰিবলৈ নাইবা লীলা-খেলা কৰিবলৈ এই ব্ৰজপুৰীত কৃষ্ণৰূপে অৱতাৰ হৈছে। তাক আমি ভালকৈ সকলোৱে গম পাইছোঁ। কিয়নো,—

## ( গীত )

ছলে হামি তুলি কৃষ্ণ দেখাইলা মায়ত।
গৰ্ভৰ ভিতৰে আছে সমস্ত জগত ॥
ইন্দ্ৰ কোপানল পৰা গোকুল নগৰী।
ৰাখিলেন কৃষ্ণচন্দ্ৰ গোবৰ্দ্ধন ধৰি ॥
( গুণমালা ) কালিকো দমিলা পুতনা শুষিলা।
দেৱকো তুষিলা ব্ৰজকো ভূষিলা ॥
( কালিকো দমিলা পুতনা শুষিলা )

কেশী বৎস বক সমস্ত দৈত্যক।
( লগাইলা চমক ডকাইলা জমক )
—কেশী বৎস বক সমস্ত দৈত্যক ॥
ভাই ! এতেকে জানিবা কৃষ্ণ পৰম ঈশ্বৰ।
ব্ৰহ্মাহৰে চি ন্ত যাৰ পদ নিৰন্তৰ ॥

২য় ভৰ্ত্তা—(কথা) ককাই দেও ? তেন্তে শ্ৰীকৃষ্ণই আমাক কি পৰীক্ষা কৰিছে ? তাক ভালকৈ বুজাই কোৱা।

৩য় ভৰ্ত্তা—(কথা) তেন্তে কওঁ শুনা,—

## গীত।

ধৰ্ম্মাধৰ্ম্ম কৰ্ম্মাকৰ্ম্ম, দাৰাপুত্ৰ পৰিজন, ঐশ্বৰ্য্য বিভূতি বলে সমে। (ভাই হে)
কৃষ্ণ চৰণে অৰ্পণ, কৰি ভজে যিটো জন, সিজনেহে সাধু নৰোত্তমে ॥
তুমিও কৃষ্ণ ভকত, বুজিবাই গুঢ় তত্ব, লোভ ত্যাগী হইছা কিমান। (ভাই হে)
পৰীক্ষা কৰিছে হৰি. বাঁহীৰে বলিয়া কৰি, তান সঙ্গে নিছে নাৰীগণ ॥

(কথা)— ভায়া ! ইয়ে,—

## গীত।

ধৰ্ম্মৰ পৰীক্ষা হে, ( অধৰ্ম্মৰ লেশ নাই ) ধৰ্ম্মৰ পৰীক্ষা হে,—

(কথা) ভায়া এতিয়া,—

## গীত।

ভাবি চোৱা মনেৰে ভাই, গুণি চোৱা মনেৰে,—
হেৰা হওঁ কামিনী লোভে ভকতি ৰতনেৰে,—
বুজিছানে ভাই,—( চক্ৰধাৰীৰ লীলাচক্ৰ )—বুজিছানে ভাই,—

২য় ভৰ্ত্তা—(কথা) ককাই দেও !

## গীত।

কি ফল লভয় হে,—(হেন ভক্তি আচৰণে) কি ফল লভয় হে,—

য় ভৰ্ত্তা—(কথা) ভায়া !

## গীত।

ধৰ্ম্ম আচৰণ কৰে, ফল নবাঞ্চয়।
নিজ ভক্ত বুলি হৰি দিয়ে পদাশ্ৰয় ॥
ফল হেতু ভকতি কৰয় যিটো জন।
অভকত বুলি গণ্য হৱয় সিজন ॥

ূমুৰ) ভায়া ! হৰিৰ কৃপাপাত্ৰ—( নোহে সিটো কদাচিত )—
হৰিৰ কৃপা পাত্ৰ।
জানিবা ই সাৰ হে,— (এইহে পৰম ধৰ্ম্ম) জানিবা ই সাৰ হে,—

য় ভৰ্ত্তা—(কথা) ককাই দেও ! আজি তোমাৰ মুখে শাস্ত্ৰযুক্তিৰ বাক্য কেআষাৰ শুনি মনত বৰ শান্তি পালোঁ। আৰু বৰ উপকৃত হলোঁ। আজিৰে পৰা মই তোমাক শিক্ষাদাতা গুৰু বুলি মানিলোঁ। যিমান পাৰোঁ গুৰুৰ আজ্ঞা পালন কৰি, নিষ্কাম ভক্তি আচৰণ কৰিবলৈ চেষ্টা আৰু যত্ন কৰিম বুলি কৃতসংকল্প হলোঁ। এতিয়া দয়াময় শ্ৰীকৃষ্ণৰ কৃপা বাঞ্ছনীয়।

## গীত।

হলোঁ ভাই সাৱধান, যাবদ নুছুটে প্ৰাণ।
গোবিন্দৰ গুণ নাম, গাবলৈ কৰিম যতন ॥

৪ৰ্থ ভৰ্ত্তা—

গীত।

ভাইহে তুমি কোন মহাজন।
ভক্তি উপদেশ আমাসাকে দিলা দান॥
তুমি কোন মহাজন—

সূত্ৰধৰ—

গীত।

জানিবা ভক্তিতে মাত্ৰ হৰি তুষ্ট হয় হে।
আতপৰে সজধৰ্ম্ম নাহিক নিশ্চয়হে॥
একে জানি লোৱা সবে কৃষ্ণত শৰণ হে।
সদায় কৰিবা তান নাম সংকীৰ্ত্তন হে॥
ভাগৱত ধৰ্ম্ম এই জানিবা সে সাৰ হে।
খণ্ডিব পাতক যত তৰিবা সংসাৰ হে॥

( এজনী বুঢ়ীৰ প্ৰবেশ )

গীত।

হেৰা বাপু সকল ! সোধোঁ বাতৰি,
দেখিছা আহিছে নে, মোৰ বোৱাৰী ?
হেৰা বাপু সকল ! সোধোঁ বাতৰি।

মাউৰা—(কথা) বুঢ়ী আই ! তুমি সন্ধ্যা বেলি কলৈ গৈছিলা, আৰু এই অসময় ইয়ালৈ কেলেই আহিছা ?

গীত।

এৰা তইও আহিছা যে,—(ঘৰ ছাৰি ই ঠাইত)—
তইও আহিছা যে,—
ঘৰলৈ যোৱা গৈ,—(মায়েৰাক বিচাৰোঁ মই)
ঘৰলৈ যোৱা গৈ।

ৰ ভৰ্ত্তা—(কথা) বুঢ়ী আই! তোমাৰ বোৱাৰী জনীক কেলেই বিচাৰিছা?

ী—(কথা) বোপাই মোৰ কি কৈছ? মই একো শুনা নেপাওঁ। বাৰু এই বাৰ শুনাকৈ কোৱা।

ৰ ভৰ্ত্তা—(কথা) তোমাৰ বোৱাৰী জনীক কেলেই বিচাৰিছা তাকেই সুধিছোঁ।

ী—

গীত।

বাপাহে মোৰ ই ভাঙ্গা কপাল।—
পুত্ৰ মৰি যোৱা বধি বাঢ়িছে জঞ্জাল॥—
মোৰ ই ভাঙ্গা কপাল,—

থা) বোপাই সকল! তোমালোকক মোৰ দুখৰ বাতৰি কি কম। বেটাটো মৰি যোৱ'ৰে পৰা গাভৰু বোৱাৰী জনী ইমান দিনে বৰ ভালে ভালে আছিলে। চৰিত্ৰত কোনো দোষ দেখা নাপাই-ছিলোঁ। আজি অলপ দিনৰ পৰা ওচৰচুবুৰীয়া কেই জনী মান অসতী বেশ্যা নাৰীৰ লগত লগ লাগি ধিতিঙ্গালি কৰি ফুৰি ফুৰি বেটীৰ চৰিত্ৰ একেবাৰে বেয়া হোৱাৰ নিচিনা হৈ পৰিছে। এতিয়া তাইক লৈ মোৰ মৰণেহে সাৰ হৈছে।

য় ভৰ্ত্তা—(কথা) ভাইহঁত বুজি পাইছা নে? বুঢ়ী জনী বৰ চতুৰা। আমালোকৰ তিৰোতা বিলাকক, ইঙ্গিত কৰি আমালোকৰ আগতে এই বিলাক কথা কৈছে।

৩য় ভৰ্ত্তা—(কথা) কওক তাতে কি হব পাৰে? এতিয়া বুঢ়ীৰ মনৰ ভাব কি তাকে ভালকৈ সোধোঁ।

৪ৰ্থভৰ্ত্তা—(কথা) বুঢ়ী আই! তোমাৰ বোৱাৰী জনী কেনেকৈ পলালে?

বুঢ়ী—(কথা) বোপাইঁত! মই সন্ধ্যাবেলি হৰি কথা শুনিবৰ নিমিত্তে, ভাগবতী ঠাকুৰৰ ঘৰলৈ গৈছিলোঁ। তেওঁ প্ৰসঙ্গত বহাৰ বাবে কোনো কথা শুনা নহল। পিছত ঘৰত আহি দেখিলোঁ ঘৰৰ দুৱাৰ খনত হেঙ্গাৰ বন্ধা আছে। বোৱাৰী জনী ঘৰত নাই। পাৰাত গৈ বিচাৰিলোঁ। পাৰাৰ তিৰোতা বিলাকো নাই। সকলোয়ে হেনো লগ লাগি কৰবাত গৈছে। তাইকে বিচাৰি এই ঠাই পালোঁ হি। কোন পিনে গৈছে, খবৰ পালে আজি তাইৰে মোৰে কপালত যি লেখা আছে, সিয়েই হব। বোপাইঁত তোমালোকে কোনোবাই কব পাৰ নে? যদি কোনোবাই জানা কোৱাচোন?

১ম ভৰ্ত্তা—(কথা) কব পাৰোঁ; তুমি সিঠাইত যাব পাৰিবা নে?

বুঢ়ী—(কথা) যাম বোপাই, আজি মই বাঘ ভালুককো ভয় নকৰোঁ, যাম তাইৰ সন্ধান লৈহে এৰিম।

২য় ভৰ্ত্তা—(কথা) সো বাঁহীৰ মাত শুনিছানে?

বুঢ়ী—(কথা) নাই শুনা।

২য় ভৰ্ত্তা—(কথা) তেন্তে যমুনা নৈৰ পাৰৰ কদম গছৰ তলত যোৱা। সেই ঠাইতে তেওঁলোকক লগ পাবা।

৪ৰ্থ ভৰ্ত্তা—(কথা) সেই ঠাইত দেখা নাপালে, কুঞ্জবনলৈ যাবা। তাতে নিশ্চয় তেওঁলোকক লগ পাবাই পাবা।

বুঢ়ী—(কথা) অ' বেটী সেই ঠাই লৈহে গৈছে নে? তোমালোকৰ লগতে মোৰ নাতিটোক লৈ যোৱা; মই তালৈকে যাওঁ। দেখিম বেটীৰ কিমান জহৰা।

( গীত )

আজি বেটীক দিম উচিত শাস্তি।
চুলিত ধৰি আনিম টানি কপালে মাৰিম লাঠি ॥
গালত দিম চূণ কালি মূৰত দিম ঘোল ঢালি,
চকু মুখে নাকে কাণে বুন ছানা দিম বটি,—
কোবাওঁতে, কোবাওঁতে দেহা কৰিম তাইৰ মাটী ॥

( বুঢ়ীৰ প্ৰস্থান। )

১ম ভৰ্ত্তা—( কথা ) ভাই সকল! ইয়াত থাকিলে কি ফল হব? বলা আমি সকলোয়ে ঘৰলৈ যাওঁ।

( সকলোৰে প্ৰস্থান। )

## ৩য় দৃশ্য।

### ( যমুনা নৈৰপাৰত )

( শ্ৰীকৃষ্ণৰ আবিৰ্ভাব, গোপী-সকল আৰু বুঢ়ীৰ প্ৰবেশ )

শ্ৰীকৃষ্ণ—

( গীত )

সময় যে বই যায় নাহিলে গোপিনী।
আকৌ কৰাহে বেণু সুমধুৰ ধ্বনি ॥
ধ্বনি কৰা হে,—( ত্ৰিগ্ৰামলয়েৰে বেণু )—ধ্বনি কৰাহে,—
( সপ্তম সুৰেৰে বেণু )—ধ্বনি কৰা হে,—
( সা-ৰে-গা-মা-পা-ধা-নি-সা )—ধ্বনি কৰাহে ॥
( জুমুৰ ) ধ্বনি কৰা হে,—( ছয় ৰাগ ধৰি বেণু )—ধ্বনি কৰা হে,—
( ছয়ত্ৰিশ ৰাগিণীৰে )—ধ্বনি কৰা হে ॥

( কথা ) বেণু হে! তোমাক আকৌ কওঁ শুনা,—

( গীত )

বেণু মোৰ ই বচন—( যতনে কৰা পালন )—
বেণু মোৰ ই বচন, নকৰিবা আৰু আওহেলা হে।
বাজ বসন্ত ৰাগিণী—( ব্ৰজ নগৰীক ছানি )—
বাজ বসন্ত ৰাগিণী, বঢ়োৱা গোপীৰ কাম জ্বালা হে॥

( কথা ) বেণু হে ! তোমাৰ জন্ম কাহিনী কওঁ শুনা ?

( গীত )

শক্তি উপাদানে, নৱৰস সানি, নিৰমিলা বিধি তোৰে।
ফুঙ্কিবাৰে কাৰো, নেদেখি শকতি, দিলা আনি হাতে মোৰে॥
সাত প্ৰকৃতিৰ, সাতটি নিয়ম, তোৰ সাত ৰন্ধ্ৰে ৰয়।
সেইত কাৰণে, ই তিনি জগত, তোৰ সুৰে মুগ্ধ হয়॥
দেৱতা কিন্নৰ, যক্ষ বিদ্যাধৰ,—(চৰা ৰে যত, পশু পক্ষী নৰ,)-
দেৱতা কিন্নৰ, যক্ষ বিদ্যাধৰ॥
শুনি তোৰ সুৰ তৰঙ্গ—( সবাৰো বাঢ়য় ৰঙ্গ )—
শুনি তোৰ সুৰতৰঙ্গ॥

( কথা ) বেণু হে !

( গীত )

কি বুলিম তোৰ গুণ কাহিনী, ( বেণু হে মোৰ গুণৰ বেণু )—
কি বুলিম তোৰ গুণ কাহিনী।
হায়ৰে বেণু ! আজি কিয় এত পৰে নাহিছে গোপিনী॥
বেণু তোৰ নাই দোষ ! জানিছোঁ হি দুৰ্ভগীয়া
কানাইৰহে হয় ভাগ্য দোষ॥

( কথা ) বেণু হে ! আকৌ তোৰ ৰন্ধ্ৰ গুণ মালা কওঁ,—

( গীত )

বেণু হে, মোৰ গুণৰ বেণু ! তোৰ যে কি গুণ !
( প্ৰতি ৰন্ধ্ৰে ধৰে কত শত গুণ )—গুণৰ বেণু
তোৰ যে, কি গুণ, ( তোৰ গুণে যে কানাই ধৰে গুণ )
গুণৰ বেণু তোৰ যে কি গুণ ।

জুমুৰ ) নাহি যে, তুলনা হে,—( তোৰ গুণ কাহিনীৰ )
নাহি যে তুলনা হে,—

কথা ) বেণু হে, তোমাৰ ৰন্ধ্ৰ গুণপনা কিমান বৰ্ণনা কৰিম ।

( গীত )

প্ৰথম ৰন্ধ্ৰৰ গুণ, ভোলে মুনি জন মন,
বিদিত ই ত্ৰিভুবন মাজ । ( বেণু হে )
সুললিত সুৰ ধৰি, গোপীকাৰ মন হৰি
লবলৈকে আকৌ বাজ বাজ্ ॥
দ্বিতীয় ৰন্ধ্ৰৰ গুণ, থাকে সদা বিদ্যমান,
ধেনুবৎস ফিৰে বন মাজ । ( বেণু হে )
আনা গোপী সকলক আকৰ্ষীয়া ই ঠাইত,
মধুস্বৰে আকৌ বাজ্ বাজ্ ॥
তৃতীয় ৰন্ধ্ৰৰ গুণ, যত গৰখীয়াগণ,
সদা ধায় মোৰ গুচৰত । ( বেণু হে )
মিনতি কৰোঁ হে বেণু, বাজ্ বাজ্ পুনঃ পুনঃ,
হৰি আনা গোপীকাৰ চিত্ত ॥
চতুৰ্থ ৰন্ধ্ৰৰ গুণ, তৰঙ্গিনী যমুনাৰ,
জল সোঁত উজান বহয় । ( বেণু হে )

নহবা যেন কাতৰ, বাজ্ বাজ্ আৰু বাৰ,
যেন মতে গোপী মোহ হয়॥
পঞ্চম ৰন্ধ্ৰৰ মাজে, যি গুণ সদা বিৰাজে,
সি গুণত ভোলে মহেশ্বৰ। (বেণু হে)
সমীৰণ সহমিলি, গোপী কাণে ধ্বনি ঢালি,
দিয়া গৈ বজাওঁ আৰু বাৰ॥
ষষ্ঠ ৰন্ধ্ৰ গুণ গীতি, শুনিলে সতীৰ মতি,
ভ্ৰম হৈ তিয়াগে নিজ পতি। (বেণু হে ?)
সঘনেতে বাজ্ বাজ্, আজি পালোঁ বৰ লাজ্,
হৰি আনা গোপীকাৰ মতি॥
সপ্তম ৰন্ধ্ৰৰ গুণে, ভূলি যায় ত্ৰিভূবনে,
কদাচিত নহয় লঙ্ঘন। (বেণু হে)
কি দুৰ্দ্দিন আজি মোৰ, বাজ্ বাজ্ আৰু বাৰ,
জানো গোপী কৰয় গমন॥

(কথা) বেণুহে!

(গীত)

তোৰ সুললিত স্বৰে অমিয় ঝৰয়।
পাষাণ দ্ৰৱয়, মৃত তৰু মুঞ্জৰয়॥
সচেতন যত সবে অচেতন হয়।
তৰঙ্গিনী জল-সোঁত অচলিত ৰয়॥
হয় সচৰে অৰচ, অচৰে সচৰ।
বিনোদিত ত্ৰিভুবন গুণে যে তোমাৰ॥
আৰু বাৰ বাজ বেণু মোৰ ই কামনা।
পৰাণ তেজিম যদি নাহে ব্ৰজাঙ্গনা॥

( জুমুৰ ) পৰাণ তেজিম হে,—( যদি নাহে ব্ৰজাঙ্গনা । )
পৰাণ তেজিম হে,—( বিষ পান কৰি মই )
পৰাণ তেজিম হে,—( তোক তুঁহ খণ্ডে কাটি )
পৰাণ তেজিম হে।

( কথা ) বাৰু হে বেণু ! এইবাৰ শেষত তোমাক আৰু এবাৰ বজাওঁ।

( গোপী সকলৰ প্ৰবেশ )

( গীত ) দেৱ দেৱ কৃষ্ণ দেৱ কৈত আছা তুমি হে !—
আমি গোপী বিচাৰিছোঁ৷ দেখা দিয়া স্বামি হে !—
( জুমুৰ ) দেখা দিয়া স্বামি হে !—( লুকাই নাথাকিবা আৰু )
দেখা দিয়া স্বামি হে !—( আমাসাক দাসী ভাবি )
দেখা দিয়া স্বামি হে !

( শ্ৰীকৃষ্ণক দেখি ১ম গোপী )

## ( গীত )

হেৰা পালোঁ দেখা সখি ! মদন মোহন, মুৰলী বদন শ্যাম হে।
গুচক দুৰ্গতি, মিলক ভকতি, চৰণে কৰোঁ প্ৰণাম হে ॥

## স্তব গীত।

১ম গোপী—বন্দে বৃন্দাবনানন্দং, সচ্চিদানন্দ বিগ্ৰহং।
শ্ৰীগোবিন্দো ব্ৰজানন্দঃ শ্ৰীনন্দকুলচন্দ্ৰমা ॥
২য় গোপী—গোলোক গোকুলানন্দো গোপেন্দ্ৰনন্দনানন্দঃ।
গোকুলেন্দ্ৰো যাদবেন্দ্ৰো নাগৰেন্দ্ৰো প্ৰিয়ম্বদঃ ॥
৩য় গোপী—নন্দঘোষ গৃহে জাতঃ পূৰ্ণানন্দ প্ৰিয়তমঃ।
শ্ৰীকৃষ্ণ চন্দ্ৰিমা চন্দ্ৰ পূৰ্ণেন্দু সদৃশাননঃ ॥

৪ৰ্থ গোপী—ৰোহিনী নন্দনানন্দ জগদানন্দ দায়কঃ।
দৈৱকী নন্দনো দেবোব্ৰহ্মানন্দ প্ৰদায়কঃ॥
৫ম গোপী—জ্ঞানদো মোক্ষদো দেৱ স্ত্ৰিবিধ পাপনাশকঃ।
অজ্ঞান তিমিৰান্ধস্য, জ্ঞানদো ভক্তিদঃ প্ৰভুঃ॥
ত্ৰাহি ত্ৰাহি কৃপাংপাহি নাথ নাথ জগত্বহিঃ।
পাহি গোবৰ্দ্ধন ধাৰিণ্ দেহি দেহি পদাম্বুজে॥ (সহস্ৰ নাম)
(ষাষ্টাঙ্গে প্ৰণাম)

কৃষ্ণ—

(গীত)

কি হেতু আহিছা ব্ৰজাঙ্গনাগণ!—(ইটোৰাতি তেজি আপোন ভবন)
কি হেতু আহিছা ব্ৰজাঙ্গনাগণ!
আছে পতি পুত্ৰ তোমাসবাসাৰ,—(কি কাৰণে কৰি আছা পৰিহাৰ)
আছে পতি পুত্ৰ তোমা সবাসাৰ।
যি বাসনা কৰি কৰিছা প্ৰণাম,—( পূৰ্ণ হ'ক তোমাসাৰ মনস্কাম)
যি বাসনা কৰি কৰিছা প্ৰণাম।
যোৱা হে উভতি নিজ নিকেতন,—(গৃহধৰ্ম্ম সুখে কৰাগৈ পালন)
যোৱা হে উভতি নিজ নিকেতন।

১ম গোপী—

(গীত)

কিনো কৃষ্ণ তুমি ধূৰত আতি, (বংশী সুৰ ধৰি আনিছা মাতি,)—
কিনো কৃষ্ণ তুমি ধূৰত আতি।

২য় গোপী—

( গীত )

অন্তৰ্য্যামী তুমি জগতঈশ।—( জানা আমাসাৰ মন-আশ )।—
অন্তৰ্য্যামী তুমি জগত ঈশ।

৩য় গোপী—

( গীত )

ত্ৰিজগত পতি তুমি নাৰায়ণ,—(কিয় বোলা হেন ঘাতুক বচন)।—
ত্ৰিজগত পতি তুমি নাৰায়ণ!

৪র্থ গোপী— ( গীত )

আছে যতমান নাৰীৰ কৰ্ম্ম,—( তযুপদে আছে সি সব ধৰ্ম্ম )।—
আছে যতমান নাৰীৰ কৰ্ম্ম।
পতিপুত্ৰ যত দুখৰ হেতু,—( হোৱা সুপ্ৰসন্ন গৰুড় কেতু )—
পতিপুত্ৰ যত দুখৰ হেতু।

৫ম গোপী— ( গীত )

তযু প্ৰেম সুধা কৰিছোঁ আশ,—( দাসী বুলি লোৱা জগনিবাস )
তযু প্ৰেম সুধা কৰিছোঁ আশ।

( জুমুৰ ) দাসী বুলি লোৱা হে,—( নামাৰা কটাক্ষ বাণে )
দাসী বুলি লোৱা হে,—(নিতান্ত আশ্ৰিতা বুলি )
দাসী ভাবি লোৱা হে।

কৃষ্ণ—( কথা ) ব্ৰজাঙ্গনাগণ! মই তোমালোকৰ কথাৰ ভাব একো বুজিব নোৱাৰিলোঁ। মই পৰ-পুৰুষ, তোমালোক পৰ-নাৰী, তেনেস্থলত মোৰ ওচৰত প্ৰেম ভিক্ষা কৰিছা কেলেই?

১ম গোপী—( কথা ) তোমাৰ সুৰূপ ৰূপ-যৌবনে মোহিত হৈ, প্ৰগাঢ় অনুৰাগানলত জ্বলি পুৰি মৰিব ধৰিছোঁ। সেই নিমিত্তে তোমাকে স্বামী ভাৱে ভজনা কৰিম বুলি, নিজ স্বামী-পুত্ৰ, এনেকি যথাসৰ্ব্বস্ব ত্যাগ কৰি, এই নিশা আহি, ভক্তি মূলাধাৰ তযু ৰাঙ্গা চৰণত শৰণ পশিলোঁ। দয়া কৰি দাসী সকলৰ মনোআশা পূৰ্ণ কৰা! ( প্ৰণাম )

কৃষ্ণ —( কথা ) শাস্ত্ৰ-বিহিত মতে তিৰোতাৰ নিজ স্বামীত বাজে আন পুৰুষে স্বামী হব নোৱাৰে। এতেকে মই তোমালোকৰ স্বামী কেনেকৈ হম? আৰু তোমালোকৰ আশাইবা কেনেকৈ পূৰ্ণ কৰিম? এতিয়া তোমালোক উভতি যোৱা। ঘৰতে সকলো আশা পূৰ্ণ হব।

১ম গোপী—( কথা ) শঠ শিৰোমণি! অনন্ত কোটি ব্ৰহ্মাণ্ডৰ স্বামী হৈ আমালোকৰ স্বামী হব নোৱাৰিবা কেলেই? নিষ্ঠুৰ! ভক্তাধীন নাম ধৰি এনে নিষ্ঠুৰ বাক্য প্ৰয়োগ কৰিছা? আমি সকলো নিশ্চয় জানোঁ।—

## ( সকল গোপী গীত )

তুমি স্বামী, তুমি পিতা,—( তুমি পুত্ৰ, তুমি ভ্ৰাতা )—
তুমি স্বামী, তুমি পিতা।
তুমি ধন, তুমি দৈন্য,—( তুমি পাপ, তুমি পুণ্য )—
তুমি ধন তুমি দৈন্য।
তুমি সমস্ত মূল কাৰণহে,—( দীন দয়াল হৰি )
তুমি সমস্ত মূল কাৰণ হে।

( জুমুৰ )—নকৰা ছলনা হে,—( পৰৰ তিৰোতা বুলি )—
নকৰা ছলনা হে।—( প্ৰেম ভক্তি দিয়া দান )—
নকৰা ছলনা হে ॥

শ্ৰীকৃষ্ণ—(কথা) অসহ্য ! অসহ্য !! ভক্তৰ ভক্তিপূৰ্ণ বাক্য একেবাৰেই অসহ্য !

( স্বগত গীত )

ভক্ত বাক্য বানাঘাত পৰাণে নসহে—হে।
জ্বলন্ত ভক্তি অনলে হৃদি মোৰ দহে—হে ॥
ভক্তৰ কাৰণে তেজি আছোঁ নিত্য ধাম—হে।
নৰৰূপে ব্ৰজপুৰে লভিছোঁ জনম—হে ॥
নকৰোঁ ছলনা আৰু ব্ৰজাঙ্গনা প্ৰতি—হে।
ৰাসকেলী আৰম্ভণ কৰোঁ যে সম্প্ৰতি—হে ॥

( প্ৰকাশ্যে ) ( কথা ) আহা গোপীসকল ! আজি শাৰদীয়া পূৰ্ণিমা তিথি। এই ঠাইতে ৰাসকেলী পাতি, তোমালোকৰ কামনা পূৰ্ণ কৰোঁ।

গোপী সকল—( কথা ) ইচ্ছাময়ৰ ইচ্ছাই পূৰ্ণ হ'ক।

( শ্ৰীকৃষ্ণ মনোমোহা ত্ৰিভঙ্গভঙ্গিত থিয় দিলে )

গোপী সকল— ( নাচ গীত )

মোহন মুৰতি ঘনশ্যাম, সখি চোৱা হে কেনে বিতোপন।

শ্ৰীকৃষ্ণ—

সুশোভিতা গোপীগণ, আকুলিত মোৰ মন,
আঁহা হওঁ মধুৰ মিলন ॥

গোপী সকল—

তুমি গোপী সবাৰ জীৱন।

শ্ৰীকৃষ্ণ—

জীৱত অধিক গোপী লয় মোৰ মন ॥

গোপী— (গীত)

কি দিয়ে তুষিম চৰণ ।—

শ্ৰীকৃষ্ণ—

দিয়াছে অধৰ সুধা দান ॥

বুঢ়ী—(কথা) ধন্য হৰিৰ লীলা খেলা ; মই বুজিব নোৱাৰি অনাহকত বিধবা বোৱাৰী জনীক আৰু আন আন তিৰোতা সকলক গালি শঁপনি পাৰিছিলোঁ। এতিয়া জানিব পাৰিলোঁ ব্ৰজগোপী সকলক ধন্যা কৰিবৰ নিমিত্তেহে শ্ৰীকৃষ্ণ দেৱে এই খেলা পাতিছে।

(নাচ গীত)

পাতিছে ধেমালি, বজাই মূৰলী, বনমালী যমুনাৰ পাৰে।
সুশ্যাম বৰণ, সুচান্দ বদন, ত্ৰিবঙ্কিম মুৰুতি যে ধৰে ॥
ব্ৰজৰ ছোৱালী, মাৰিছে কিৰিলি, আউলি বাউলি লৰে চুলি মেলি।
হৰি হৰি বুলি, নাচে বাহু তুলি, কানাইক আৱৰি যে ধৰে ॥
শেৱালি নেৱালি, নানা ফুল ফুলি, জোনাইৰ জোনাকে জ্বলে জিলি মিলি।
কুলি, জিলি মিলি, ধৰিছে উৰুলি, নাচিছেহি আনন্দৰ ভৰে ॥
(কথা) আজি নো এইখন কিহৰ খেলা পাতিছা কৃষ্ণদেৱ ?

কৃষ্ণ—(কথা) বুঢ়ী আই ! তুমি এই নিশা এই ঠাইলৈ কেলেই আহিছা ? ইয়াত বুঢ়ী মানুহ এজনীও নাই। সকলো জনীয়ে গাভৰু। গাভৰুৰ মাজত বুঢ়ীক শোভা নাপায়। এতেকে তুমি এই ঠাইৰ পৰা ততালিকে আতৰি যোৱা। থাকিলে লাজ পাবা।

বুঢ়ী—( কথা ) মই নিজেই আহিলোঁ নে, তুমিয়ে মোক আনিলা জগন্মোহন ? তোমাৰ মায়াত ত্ৰিজগত ভুলি যায়। তুমি আজি এই অভাগিনীক মায়াত মোহিত কৰি আনি চৰণ দৰ্শন দিলা যে, ইয়াতে মই ধন্যা হলোঁ। কৃষ্ণ হে ! জানোঁ মই তুমি মাত্ৰ লজ্জা নিবাৰক হোৱা, তেনেহলে মই ইয়াতে আহি কি লাজ পাম হৰি ? লাজ ভয় আদি দেহ মনৰ সকলোটি ধৰ্ম্ম তোমাৰ চৰণত আজিৰে পৰা অৰ্পণ কৰি দিলোঁ। ভগবন ! আকৌ ছল চাতুৰী নকৰি, এই অভাগিনীক চৰণত ঠাই দিয়া। ( প্ৰণাম )

শ্ৰীকৃষ্ণ—( কথা ) বুঢ়ী আই ! আজিৰেপৰা তোৰ সাংসাৰিক জ্বালা অন্ত হল। অতি অলপ দিনৰ ভিতৰতেই তুমি ইহজীৱন ত্যাগ কৰি মুক্তি পাবা। তুমি এতিয়া যোৱা ইষ্ট গুৰুক চিন্তা কৰাগৈ।

বুঢ়ী— ( গীত )

আকৌ কি চিন্তা কৰিম নাৰায়ণ !—
( চিন্তামণি যদি দিলাহে চৰণ )—
আকৌ কি চিন্তা কৰিম নাৰায়ণ !
তয়ু চৰণে সদায় মতি,—( থাকে যেন নাম ধৰ্ম্মেৰতি )—
তয়ু চৰণে সদায় মতি।

( কথা ) বাঞ্ছাকল্পতৰু ! তেন্তে মই এতিয়া যাওঁ।

( গীত )

হে কৃষ্ণ কৰুণা সিন্ধু, দীন বন্ধু জগত পতে,
গোপেশ গোপীকা কান্ত লক্ষ্মীকান্ত নমস্ততে।

( প্ৰণামান্তে প্ৰস্থান )

কৃষ্ণ—( কথা ) গোপী সকল ! এতিয়া যমুনাৰ পাৰৰপৰা কুঞ্জবনলৈ যাওঁ ব'লা। ( সকলৰে প্ৰস্থান )

সূত্ৰধৰ উক্তি—

যমুনা পুলিন পৰা গোপীগণ সঙ্গে—হে।
কুঞ্জবনে প্ৰবেশিলা কৃষ্ণ মনোৰঙ্গে—হে॥
অতি সুমোহন ঠাই সিটো কুঞ্জবন—হে।
সদায় বহিছে মলয়জ সমীৰণ—হে॥
ফুলিছে হি নানা ফুল সৌৰভ বলিছে—হে।
মধু লোভে অলীকুল গুঞ্জৰণ কৰিছে—হে॥
চন্দন, শিৰিশ আদি নানা তৰুবৰ—হে।
নানা লতা সুবেষ্টিতা শোভা মনোহৰ—হে,
গোপীসহ ৰাসকেলী কৃষ্ণদেৱ ৰাজে—হে।
শুভক্ষণে আৰম্ভিলা সিটো বন মাজে—হে॥

## ৪ৰ্থ দৃশ্য।

### কুঞ্জবন।

( শ্ৰীকৃষ্ণ আৰু গোপী সকলৰ প্ৰবেশ )

শ্ৰিকৃষ্ণ—( কথা ) গোপী সকল! এইখনেই কুঞ্জবন। ইয়াতেই ৰাসকেলী পতা হ'ক।

### ( গোপী সকলৰ নাচ গীত )

আহা হে সখি, আঁখি নিৰেখি জুৰ হল মন!
কিনো বিতোপন! শোভা মনোৰম এই যে নিকুঞ্জকানন॥
হৃদয় উলাহে, মনৰ হেঁপাহে কৰোঁ কৃষ্ণ-পদ সেৱন।

(শ্ৰীকৃষ্ণ আৰু গোপী সকলৰ নাচ গীত)

শ্ৰীকৃষ্ণ—নমল প্ৰেমৰ কমল কলিকা ফুলিছেহি শোভাময়।
১ম গোপী—কানু দীন মণি বিনে কমলিনী বিষাদে শুকাই যায়॥
কৃষ্ণ—যৌৱন জোৱাৰ উথলিছে সদা, প্ৰেম তৰঙ্গিনী মাজে।
২য় গোপী—শ্ৰীকৃষ্ণ সুৰুয কৰে আকৰ্ষণ, অনঙ্গ বায়ু বিৰাজে॥
কৃষ্ণ—সুবিমল নীৰ সৰোবৰ মাজে, যৌবন কৌমুদী ৰয়।
৩য় গোপী—পূৰ্ণ ইন্দু কৃষ্ণ উদয় আলোকে অধিকে শোভা বাঢ়য়॥
কৃষ্ণ—সুধাংশু বদনি, ই যৌবন সুধা বিতৰিবা কোন জনে।
৪ৰ্থ গোপী—কানাই চকোৰে পিব হেপাহেৰে, আশা কৰি আছোঁ মনে॥
কৃষ্ণ—যৌবন কাননে ফুলিছেহি ফুল, সৌৰভে মোহিত মন।
৫ম গোপী—ইফুলৰ মধু, কলীয়া ভোমৰা সুখে কৰা যেন পান॥
কৃষ্ণ—প্ৰেমামৃত হ্ৰদ মাজে,—(মৌমাখি এটি বিৰাজে)—
প্ৰেমামৃত হ্ৰদ মাজে।
গোপী সকল (জুমুৰ) গলি যে নাযাব হে,—
(হ্ৰদ মাজে মৌমাখিটি)—গলি যে নাযাব হে,—
(অধিকে শোভা বাঢ়িব)—গলি যে নাযাব হে—।

সূত্ৰধৰৰ উক্তি—

(গীত)

নানান ভঙ্গিমা কৰিঁ, ৰাসকেলী কৰে হৰি,
গোপীৰ বঢ়ায়া কাম ভাৱ,—(হৰিহে)
আনন্দে বিহ্বলা মন, হইলা গোপীকাগণ,
অতনু হানিছে সৰ্ব্ব গাৱ॥

কোনোবাক উলঙ্গিনী, আউল বাউল বেণী,
গুপ্ত অঙ্গ কৰিছে বেকত ।—( হৰিহে )
কোনো জনীক চুম্বন, কৰি পৰশিছে স্তন,
বিনোদে মিলিছে নন্দ সুত ॥
অনেক অনঙ্গ কেলি কৰি সিটো বনমালী,
গোপী-কাম জ্বালা কৰে দূৰ ।—( হৰিহে )
মনে মনে গোপীকাৰ, বাঢ়িলা যে অহঙ্কাৰ,
ভাবিছে সৌভাগ্য তাসম্বাৰ ॥
হৈলা বসুদেৱ সুত, ব্ৰজবালা বশীভূত,
গৌৰবত ভাবে গোপীসৱ ।—( হৰিহে )
অন্তৰ্য্যামী ভগবানে, বুজিলা যে তেতিক্ষণে,
গোপীকাৰ অহম্মদ ভাৱ ॥
প্ৰধানা গোপীকাজনী, সঙ্গত লৈ তেখনি,
তৈতে কৃষ্ণ হৈলা অন্তৰ্দ্ধান !—( হৰিহে )
দৰ্পহাৰী নাৰায়ণ, নাহি দেয় দৰশন,
ভাঙ্গিলা গোপীৰ অভিমান ॥

( প্ৰধানা গোপী জনীকলৈ শ্ৰীকৃষ্ণৰ অন্তৰ্দ্ধান )

২য় গোপী—( কথা ) সখি হে ! শ্ৰীকৃষ্ণ দেৱে অকস্মাতে অদৃশ্য হৈ ক'লৈ গ'ল। বাই দেউকো দেখা নেপাওঁ। ইয়াৰ কাৰণ কি ?

৩য় গোপী—( কথা ) সখি মোৰ মনে হয়, বাইদেউয়ে কোনো কুহক মন্ত্ৰ কৰি, আমালোকৰ অদৃশ্য ভাবে শ্ৰীকৃষ্ণ দেৱক ভুলাই লৈ গ'ল। তেওঁ আমালোকক অনাথা আৰু কৃষ্ণ প্ৰেমৰ পৰা বঞ্চিতা কৰিলে। আমালোকে ইয়াৰ প্ৰতিকাৰৰ উপায় বিহিত কৰা উচিত।

৪ৰ্থ গোপী—( কথা ) সখি ! যি জনাৰ কুহকে ত্ৰিজগত মোহিত হয় এনে ঈশ্বৰ পুৰুষকো নো কোনোবাই কুহক মন্ত্ৰেৰে ভুলাবলৈ পাৰে নে ? মোৰ মনে হয় শ্ৰীকৃষ্ণ দেৱে আমালোকৰ কিবা দোষ দেখিছে, আৰু বাই দেউৰ সেৱাত সন্তোষ পাইছে ; সেই গতিকে তেওঁকে লগত লৈ অন্তৰ্দ্ধান হল। এতিয়া আমালোকৰ কৰ্ত্তব্য, দোষ মাৰ্জ্জনাৰ্থে ভক্তি প্ৰাৰ্থনা কৰা।

৫ম গোপী—( কথা ) সখি ! সদ্যহতে আমি সকলোয়ে চাৰিও ফালে অনুসন্ধান কৰোঁ, আঁহা,—জানোঁ দয়াল হৰিয়ে দয়া কৰি দেখা দিয়ে। ( সকল গোপীয়ে আকুলা হৈ কুঞ্জবনৰ চৌপিনে ঘূৰি ঘূৰি চিঞৰি গীত গাই গাই বিচাৰিছে। )

কলৈ গ'লা প্ৰাণ নাথ হে নিঠুৰ মুৰলী বদন।
অদৰ্শনে গোপীৰ জীৱন, যায় যে হে গোপীৰ জীৱন ॥
দেখা দিয়া জীৱৰ জীৱন, ৰাখা গোপী সবাৰ জীৱন ॥

( প্ৰস্থান )

সূত্ৰধৰৰ উক্তি—

( গীত )

নেদেখিয়া কৃষ্ণ ধনে, যতেক গোপিনীগণে,
অতি বিয়াকুলা মনহই,—অতি বিয়াকুলা মন হই,—হে,—
অতি বিয়াকুলা মন হই,—
কুঞ্জবনৰ চৌপিনে, বিচাৰিছে ভিনে ভিনে,
মণি হাৰা ফণীনী যেনেই,—মণিহাৰা ফণীনী যেনেই,—হে—
মনি হাৰা ফণীনী যেনেই ॥

হেৰুৱাই মাতঙ্গৰাজ, চেচাঁইছে বনমাজ,
কামাতুৰা যেন মাতঙ্গিনী,—কামাতুৰা যেন মাতঙ্গিনী,—হে,—
কামাতুৰা যেন মাতঙ্গিনী ।
কৃষ্ণ হাৰা গোপীচয়, বিৰহ দুখে তেনয়,
কান্দিছে হি কৰি উচ্চ ধ্বনি—কান্দিছেহি কৰি,
উচ্চ ধ্বনিহে,—কান্দিছে হি, কৰি উচ্চ ধ্বনি ॥

## ৫ম দৃশ্য ।

( গোপী সকলৰ পুনু প্ৰবেশ )

( গীত )

কি দোষে দোষিনী, ভাবি গোপীনাথ ! তেজিলা অবলাগণে ।
নিশিথ সময়, অনাথা কৰিলা, ইটো নিকুঞ্জ কাননে ।
সদয় হই যদু মণি,—( কৰা এবাৰ বংশী ধ্বনি )—
সদয় হই যদুমণি ॥

২য় গোপী—( কথা ) সখি ! ইমান উচ্চৰাৱে কান্দি কান্দি বিচাৰিলোঁ, তথাপিতো প্ৰাণবন্ধু কৃষ্ণদেৱে আমাসকলক দেখা নিদিলে। এতিয়া কি উপায় কৰিবা ?

৩য় গোপী—সখি ! এই গভীৰ নিশা, ইহেন৷ নিবিৰ কুঞ্জবন-মাজে কোনে মানুহক লগ পাবৰ উপায় নাই। তেনে স্থলত প্ৰাণ বন্ধু কৃষ্ণদেৱৰ বাতৰি কাক সুধি লম। আহা সকলোয়ে এই বন-বৃক্ষ বিলাকৰ ওচৰতে সুধি লওঁ

৪ৰ্থ গোপী—( কথা ) ভালেই বুলিছা, সখি ভালেই বুলিছা। সকলোয়ে মিলি হাত জোৰ কৰি বৃক্ষ বিলাকক সোধোঁ।

## ( গোপী সকলৰ গীত )

হে তমাল, তাল, ৰসাল, পিয়াল, শিমলু, কঁঠাল, শাল।
শুনিবা সৱল, বোলা বেল, কুল, দেখি আছা নন্দলাল॥
তেঁউৰী, নেউৰী, গামিৰী, পাকৰি, মদাৰ, কৰাই, ধৰ ;
চন্দন, শিৰিশ, শিংশপ, পলাশ, বট, ধাত্ৰি, আওঁজাৰ॥
নিবেদন তৰুৰাজি !—( কেশৱে দেখিছা আজি )
নিবেদন তৰুৰাজি।
যদি কোনো দেখি থাকা—( কোৱাহে, পৰাণ ৰাখা )—
যদি কোনো দেখি থাকা।
নতু গোপী নিজীৱাই।—নতু গোপী নিজীৱাই তৰুৰাজি ;—
নতু গোপী নিজীৱাই।
কৰা কৃপাদান, দিয়া সন্নিধান, ৰাখা গোপীকুল জীৱাই॥

২য় গোপী—( কথা ) সখি ! ইমান মিনতি কৰি সোধাতো বৃক্ষ বিলাকে কোনো উত্তৰ নিদিলে। এতিয়া কি উপায় কৰিবা ? আমালোকৰ মৰণেহে ভাল বিবেচনা কৰোঁ।

৩য় গোপী—( কথা ) সখি ! কি উপায়ে মৰা যাব ? আত্মহত্যা মহাপাপ।

৪র্থ গোপী—( কথা ) আহা সখি ! এবাৰ ফুল গছ বিলাককো সোধোঁ। জানোবা তেওঁবিলাকৰ ওচৰত কোনো শুভ বাতৰি পাওঁয়েই।

৫ম গোপী—( কথা ) সখি ! ভালেই বুলিছা, আঁহা—

## ( গোপী সকলৰ গীত )

হে কুৰুবাক, অশোক, চম্পা,—( ই দুৰ্দ্দিনে কৰা অনুকম্পা )—
হে কুৰুবাক, অশোক, চম্পা।

নাগকেশৰ, সুগন্ধৰাজে,—( দয়া কৰা গোপিনী সমাজে )
নাগকেশৰ, সুগন্ধ ৰাজে।
কাঞ্চন, জবা, স্থলজ পদ্ম,—( করুণা কৰা হব ধৰম )—
কাঞ্চন জবা স্থলজ পদ্ম।
বেলি, বকুল, ৰঙ্গ গোলাপ,—( দুৰ কৰা আমাসাৰ তাপ )—
বেলি, বকুল, ৰঙ্গ গোলাপ।
কামিনী, টগৰ দয়া কৰা,—( শুভ পাৰিজাত কৃষ্ণ চূৰা )—
কামিনী, টগৰ দয়া কৰা।
বিপদাপন্না ব্ৰজবালাক,—( ফুল তৰু কুল বোলা বাক )—
বিপদাপন্না ব্ৰজবালাক।
তোমা সবে কৃষ্ণ সখা,—( কৃষ্ণকে পাইছা দেখা )—
তোমা সবে কৃষ্ণ সখা।
যদি কোনো দেখি থাকা,—( দেখুৱাই প্ৰাণ ৰাখা )—
যদি কোনো দেখি থাকা।
নতু গোপী প্ৰাণ যায় হে,—
নতু গোপী প্ৰাণ যায়, ফুল কুল, নতু গোপী প্ৰাণ যায়।
পৰিছোঁ বিপদে ৰাখা ই শঙ্কটে নোহোৱা যেন নিৰ্দ্দয় ॥

২য় গোপী—( কথা ) হায়! হায়!! কোনো ফুল গছেই যে একো উত্তৰ নিদিলে। সখি সকল! এতিয়া কি উপায় কৰিবা?

৪ৰ্থ গোপী—( কথা ) সখি! কৰিব লগীয়া উপায় একোয়ে নেদেখোঁ। মোৰ মতে কৃষ্ণ কৃষ্ণ বুলি যমুনা জীৱনে জীৱন দিয়াই যুগুত।

৫ম গোপী—( কথা ) আহা সখি! এবাৰ প্ৰসূন লতা সমূহৰ ওচৰতো সুধি চাওঁ। কি জানো সিহঁতৰ পৰাই কিবা শুভ বাতৰি পাওঁ।

## ( গোপী সকলৰ গীত )

ওৰা সখি সুমালতি, কুঞ্জ, লঙ্গ, জাতি, জুতি,
শোভিতা অপৰাজিতা সতী।
গোবিন্দৰ পদ ৰেণু, পাই আছা আজি জানো,
কোৰা যেন কৰিছোঁ বিনতি ॥
সবে আমি নাৰী জাতি,—( নাৰী হৈ নাৰীৰ প্ৰতি )
সবে আমি নাৰী জাতি,—এৰা কপট আচাৰ হে,—
এৰা কপট আচাৰ সখি কুল,—এৰা কপট আচাৰ।
কৃষ্ণৰ বাতৰি, দিয়া শীঘ্ৰ কৰি, ৰাখা প্ৰাণ গোপীকাৰ ॥

২য় গোপী—( কথা ) সখিহে ! লতাসখি বিলাকেও কোনো উত্তৰ নিদিয়েহি।

৩য় গোপী—( কথা ) সখি ! সৌ শুভময়ী তুলসী দেৱী আনন্দ মনে বহি আছে। ব'লা তেওঁৰ ওচৰতো এ আষাৰ সুধি চাওঁ।

## ( গোপী সকলৰ গীত )

প্ৰণমো তুলসী দেৱী, শ্ৰীগোবিন্দ প্ৰিয়া !
কৃষ্ণৰ বাতৰি কিবা জানা যদি দিয়া ॥
( জুমুৰ ) যায় যে পৰাণ হে,—( কৃষ্ণ হাৰা গোপীকাৰ )
যায় যে পৰাণ হে,—( গোপিনী বল্লভ বিনে )
যায় যে পৰাণ হে।

৫ম গোপী—( কথা ) সখি এয়া ; শ্ৰীকৃষ্ণৰ পদ চিহ্ন হেন এটি পদৰ চিন দেখা পাওঁ। কিয়নো এই পদচিহ্নটোৰ মাজত ধ্বজ-বজ্ৰ-অঙ্কুশৰ ৰেখা দেখা গৈছে। ই নিশ্চয় শ্ৰীকৃষ্ণৰ পদ চিহ্ন। আহা সখি সকলোয়ে ভক্তি ভৰে প্ৰণাম কৰোঁ।

সকলো গোপী—( কথা ) কত সখি ক'ত ? দেৱ দুৰ্লভ পদচিহ্ন কত দেখিলা ? ( সকলোৰে নিৰীক্ষণ )

২য় গোপী—( কথা ) সত্য সখি সত্য ! ই দেবাদিদেৱ মহাদেৱ আৰাধিত কৃষ্ণ দেৱৰ পদচিহ্ন সত্য ।

৩য় গোপী—( কথা ) চোৱাঁ সখি ! শ্ৰীকৃষ্ণ পদ চিহ্নৰ বাওঁফালে সৰ্ব্বনাশী বাইদেউৰো খোজ পৰি আছে ।

৪ৰ্থ গোপী—( কথা ) এতিয়া পাপীষ্ঠা বাইদেউৰ খোজটি সকলোয়ে ভৰিৰে মোহাৰি, দেবাৰাধ্য পদচিহ্নটিৰ ধূলি শ্ৰদ্ধা ও ভক্তিৰে শিৰতলৈ জীৱন সাৰ্থক কৰোঁ ।

( গোপী সকলৰ প্ৰণিপাত আৰু পদধূলি ধাৰণ )

( গীত )

কৃষ্ণ পদাম্বুজ অঙ্কে কৰোঁ পৰণাম ।
ভক্তি মূলাধাৰ মোক্ষ দানৰ নিদান ॥
শিৰে তুলি লওঁ কৃষ্ণচৰণৰ ধূলি ।
ব্ৰহ্মা হৰে শিৰে ধৰে শুদ্ধ হওঁ বুলি ॥

২য় গোপী— ( কথা ) সখি ! এই ঠাইতে একাল পেটী পাপীষ্ঠা বাইদেউয়ে কৃষ্ণদেৱক কৰবাত লুকাই ৰাখিছে । আহাঁ, সকলোয়ে এই পদ-পল্লব-চিহ্ন ধিয়াই ধিয়াই গুণ নাম স্মৰণ কৰি বিচাৰ কৰোঁ ।

( গোপীসকলৰ কৃষ্ণক বিচাৰ কৰণ )

( গীত )

দেখা দিয়া দেখা দিয়া, হে কৃষ্ণ গোপীবল্লভ ।
গোকুলেন্দ্ৰ, যাদবেন্দ্ৰ জলধী অঙ্গজাধব ॥
ভক্ত বাঞ্চা কল্পতৰু তবু শ্ৰীপাদ পল্লব ॥

( সকলোৰে প্ৰস্থান )

——০——

## ৬ষ্ঠ দৃশ্য ।

( প্ৰধানা গোপীজনীক লৈ শ্ৰীকৃষ্ণৰ আবিৰ্ভাৱ )

( দুয়োৰো নাচ গীত )

শ্ৰীকৃষ্ণ ।—

হে গোপ-বহুৰি, তুঁহু হামাৰি, হাম তোহাৰি ।

১ম গোপী— ইহ হিয়ে তোড়ি, পেথ নয়না ভৰি ;

হাম তোহাৰিতুঁহু হামাৰি ॥

শ্ৰীকৃষ্ণ— যবহুঁ ডাকবি, তবহুঁ পাওবি হাম তোহাৰি ।

১ম গোপী— আনন্দে ৰহুঁ, আনন্দে ৰহুঁ জয় জয় তোহাৰি

হাম তোহাৰি ॥

সূত্ৰধৰ উক্তি—( লেচাৰি গীত )

হেন মতে, নানান সম্ভাষে কৃষ্ণে বোলে বাণি ।

( হায় ! হায় !! কৃষ্ণে বোলে বাণি )

হইলা গৰৱে গৰবিতা, গোপ-গোৱালিনী ॥

( হায় ! হায় !! গোপ-গোৱালিনী )

তান ৰূপ যৌৱনে মোহিত শ্ৰীনন্দ-নন্দন ।

( হায় ! হায় !! শ্ৰীনন্দ-নন্দন । )

ভাবে ভাগ্যৱতী নাই, আৰু তাহান সমান ॥

( হায় ! হায় !! তাহান সমান )

গোপীনীৰ অহম্মদ ভাৱ জানি নাৰায়ণে ।

( হায় ! হায় !! জানি নাৰায়ণে )

কৰিবলৈ সি গৰব দূৰ, ভাবে মনে মনে ॥

( হায় ! হায় !! ভাবে মনে মনে )

১ম গোপী— ( কথা ) গোপীনাথ ! এই নিকুঞ্জ বননিখন আৰু কিমান বহল হব ?

কৃষ্ণ— ( কথা ) বৰাননি ! আৰু ৰেছি নাই। অলপদূৰ গলেই দেখা শেষ হব। সি পিনে নিধুবন পাম গৈ।

১ম গোপী— ( কথা ) গোপীবল্লভ ! সি নিধুবনখন জানো কেনেকুৱা !

কৃষ্ণ— ( কথা ) এই কুঞ্জবনতকৈ, সি নিধুবনখনৰ আয়তন কম, কিন্তু সৌন্দৰ্য্যাধিক্য।

১ম গোপী— ( গীত )

নিধুবন শোভা কেনে বিতোপন !
( দেখিবলৈ হৰি মোৰ যায় মন। )—
নিধুবন শোভা কেনে বিতোপন !
দেখিলেহে মন প্ৰাণ জুৰ হয়।
( নতু মনো গতি স্থিৰ নাহি ৰয় )—
দেখিলেহে মন প্ৰাণ জুৰ হয়॥
যদি কৰি আছা কৰুণা ইমান।
( বাৰেক দেখোয়া সি বননিখন )—
যদি কৰি আছা কৰুণা ইমান॥

কৃষ্ণ— ( কথা ) গোপকুমাৰি, তেন্তে,—
( গীত ) লৰা বেগতাই (যাবা যদি নিধুবনলৈ)—লৰা বেগতাই।
( জুমুৰ ) লৰা বেগতাই (পৰভাত প্ৰায় নিশা)—লৰা বেগতাই।

১ম গোপী— ( কথা ) গোপীনাথ ! বলা তেন্তে ;

( কেই খোজমান গৈ গোপীজনী থবকা খাই বহিলে আৰু নিজৰ ভৰিত ধৰি কান্দিব ধৰিলে )

( গীত )

উহু ! উহু !! কাঁইটে বিন্ধিলে
কৃষ্ণ নাহি চলে পদ ।
অভাগীৰ কৰ্ম্মদোষে ঘটিল বিপদ ॥
চৌপিনে কণ্টকময় সুদুৰ্গম পথ ।
নোৱাৰোঁ চলিব কৰা যি হয় উচিত ॥

কৃষ্ণ— ( কথা ) ৰূপময়ি ! ইয়াৰ পৰা নিধুবনলৈ অলপ দূৰ আছে । যদি তুমি একান্তই খোজ কাঢ়ি যাব নোৱাৰা তেন্তে মই তালৈকে তোমাক কান্ধত তুলিয়েই নিব পাৰোঁ ; ইচ্ছা কৰিলে তুমি মোৰ কান্ধত উঠি যাব পাৰা ।

১ম গোপী— ( কথা ) দয়াময় ! দয়া কৰি যেনেকৈয়ে হ'ক মোক লৈ গৈ সি নিধুবনখন দেখুৱাবই লাগিব । তেতিয়াহে মোৰ আঁখিৰ তৃপ্তি হব । আৰু মনতো শান্তি পাম ।

কৃষ্ণ— ( কথা ) বাৰু, তোমাৰ যাবলৈ ইচ্ছা আছে ? তেন্তে মই সাজু হওঁ ।

সূত্ৰধৰ উক্তি— ( গীত ) ( লবুলেছাৰি )

কামাতুৰ পুৰুষৰ, দুখৰ নাহিকে ওৰ,
নাহি ভয় লাজ মান ভয় ।
( হায়ৰে ; ) নাহি ভয় লাজ মান ভয় ॥
গোপী সঙ্গে ৰাস কৰি, লোকত দেখাইলা হৰি
জানি নৰ কৰা কাম জয় । ( হায়ৰে ) জানি নৰ কৰা কাম জয় ॥

কৃষ্ণ— ( কথা ) সুবদনি ! তেন্তে আহা, মোৰ কান্ধত উঠা ।

( শ্ৰীকৃষ্ণ আঠুকাৰি কান্ধ পাতি দিলে, গোপীজনী কাছি পাৰি সাজুহৈ উঠিবলৈ খোঁজতে শ্ৰীকৃষ্ণৰ অন্তৰ্দ্ধান )

সূত্ৰধৰ উক্তি— ( গীত )

এহিমতে কৃষ্ণদেৱে বুলিলা বাণি ।
কান্ধত উঠিবলৈকে যায় গৰবিণী ॥
কাছি পাৰি সাজুহৈ ভৰিক ডাঙিলা ।
অন্তৰ্দ্ধান হৈলা কৃষ্ণে গোৱালী দেখিলা ॥
কিহেন ঘটিলা হে,—( ভাবে গোৱালিনী মনে )—
কি হেন ঘটিলা হে ॥

বুকে বজ্ৰ মুঠি হানি, কান্দে সিটো গোৱালিনী
হা কৃষ্ণ, হা কৃষ্ণ, ডাক ছাৰে,—হা কৃষ্ণ ডাক ছাৰেহে—
হা কৃষ্ণ হা কৃষ্ণ ডাক ছাৰে ।
কি কৰিলোঁ অভাগিনী, হলোঁ অতি গৰবিনী—,
সি দোষে তেজিলা কৃষ্ণে মোৰে,—সি দোষে তেজিলা
কৃষ্ণে মোৰে হে,—সি দোষে তেজিলা কৃষ্ণে মোৰে ॥

১ম গোপী—

( গীত )

কি কৰিলোঁ কি কৰিলোঁ, অভাগিনী কি কৰিলোঁ !
বান্ধ কৃষ্ণ হেৰুৱালোঁ । অভাগিনী কি কৰিলোঁ ॥
( কথা ) কৃষ্ণ ! কৃষ্ণ !! ক'ত গলা তুমি ? গোপীনাথ !
এই অবলা গোপবালাজনীক ইহেন গভীৰ নিশা—

নিৰ্জ্জন বননিৰ মাজত একাকিনী, অনাথিনী কৰি কত গলা হৰি? হায়! হায়!! দাৰুণ বিধি, তুমি মোক কি কৰিলা।

## ( গীত )

হে দাৰুণ বিধি, কি কৰিলা বিধি, বিধি হৈ অবিধি কৰিলা;
(মই) বহুত আৰাধি, পালোঁ কৃষ্ণ নিধি, হলা বাদি বঞ্চিত কৰিলা॥

( জুমুৰ ) কি হেন কৰিলা হে,—( ওহে নিদাৰুণ বিধি ) ( কি হেন কৰিলা হে )।

( কথা ) হায়! হায়!! বিধাতাৰ দোষ নাই। বিধাতাৰ দোষ নাই। ই যে মহাপাপীনীৰ পাপ মতীৎপন্না, নিজ কৃত দোষ ঘটিছে। ই কাৰণে দয়াল কৃষ্ণ আঁতৰি গল। এই দোষৰ কোনো প্ৰায়শ্চিত্ত নাই। কিওনো,—

## গীত

বিৰিঞ্চি আৰাধে যাৰ চৰণ,
( কৰোঁ সিজন স্কন্ধে আৰোহন )
বিৰিঞ্চি আৰাধে যাৰ চৰণ।
ই দোৰ্ঘোৰ মহাপাপ সাঞ্চিলোঁ,
( অনন্ত নৰকে নিজে মজিলোঁ )
ই দোৰ্ঘোৰ মহাপাপ সাঞ্চিলোঁ।—

( কথা ) অকল মই বুলি কিয় নাৰী জাতিৰ স্বভাৱ এনেই।

## গীত

দুৰ্জ্জন চৰিত্ৰ নাৰী জাতিৰ,
( ধিক ধিক জন্ম নাৰী জাতিৰ )
দুৰ্জ্জন চৰিত্ৰ নাৰী জাতিৰ।
হে পুৰুষ জাতি ধৰা বচন,
( নাৰী বশীভূত নোহোৱা যেন )
হে পুৰুষ জাতি ধৰা বচন।—

( কথা ) এতিয়া মোৰ কি গতি হব হৰি ? কৃষ্ণ ! কৃষ্ণ !! আহা এবাৰ। সৌ কৃষ্ণ বৃক্ষৰ আৰালত থিয় দি বঙ্কিম নয়নে মোৰ পিনে চাই আছে। নেযাবা—নেযাবা কৃষ্ণ ; এই মহাপাপীনীক পাপ সাগৰত পেলাই ভঁাহাই দি নেযাবা। নিজ গুণে তোমাৰ চৰণ তৰী দানে পাৰত তুলি দিয়া হি। সেই ঠাঁইতে থিয় দি কিয় ৰলা ? কৃষ্ণ ! আহা কৃষ্ণ !! কৃষ্ণ !!! এই অভাগিনী পাষাণীৰ পাপময় পাষাণ বুকত তযুমুক্তিপ্ৰদ কমলপদ অৰ্পণ কৰাহি।

## ( গীত )

হে কৃষ্ণ ! এবাৰ কৰা যে, কৰুণা, দাসীৰ বুকুত কৰা পদাৰ্পণ।
নিকিনিলা দাসী, ভজিলোঁহোঁ আসি, জানি তযু নাম পতিত পাৱন।
(এবাৰ ) আহাহে কানাই ( প্ৰাণ যায় প্ৰাণ যায় )।—

( মূৰ্চ্চিতা হৈ মাটিত পৰে )

---

## ৭ম দৃশ্য ।

( কুঞ্জবনৰ মাজত সমস্ত গোপীনী সকলৰ মিলন )

২য় গোপী— ( গীত )

কৃষ্ণ কৃষ্ণ বুলি কোনোৱা জনে, (আৰ্ত্তৰাৱে কান্দিছে ইটো বনে)—
কৃষ্ণ কৃষ্ণ বুলি কোনোৱা জনে ।

৩য়, ৪ৰ্থ, ৫ম গোপী— ( গীত )

সখি ! তেনে ব'লা লৰৰি, (পাওঁ জানো কৃষ্ণ বাতৰি)—
তেনে ব'লা লৰৰি ;—

( কেই খোজ মান আগবাঢ়ি )

২য় গোপী—( কথা ) সখি ! সৌ এটি মৰাশৰ যেন দেখা পাওঁ ।

( সকলোৰে নিৰীক্ষণ )

৩য় গোপী—( কথা ) অলপ আগবাঢ়ি বলা সখি ! মৰা শৰটো মুনিহ নে তিৰোতা ভালকৈ চাওঁ ।

৪ৰ্থ গোপী—( কথা ) সখি শ্মশান শালীত ভূতৰ ভয় আৰু আগবাঢ়ি নেযাবা । উভটি আহা । আন পিনেদি যাওঁ ।

৫ম গোপী—( কথা ) সখি, তোমাৰ মৰণ ভয়টোয়ে নুগুছিল । সেইটো মৰা শৰ হয় নে নহয় নেদেখাকৈয়ে তোমাক আগেয়ে ভূতে ধৰিলে । সেইটো মৰাশৰ নহয় হেন পাওঁ । কিয়নো যদি মৰাশৰ হলহেঁতেন তেন্তে গোন্ধ ওলালেহেঁতেন । বলা সখি আগবাঢ়ি ভালকৈ চাওঁ ।

( সকলোৰে ভালকৈ নিৰীক্ষণ )

২য় গোপী—( কথা ) সখি ! ই দেখোঁ আমাৰ একাল পেটী বাই দেউ শুই আছে । মৰাশৰ নহয় । কৃষ্ণ প্ৰেমৰস পানে পেট ওফন্দি চিত

ভোলোঙা খাই পৰি আছে। কৃষ্ণদেৱ বোধ কৰোঁ, পেট ওফন্দাৰ দৰব বিচাৰি কৰবালৈ গৈছে।

১ম গোপী— (গীত)

কো-কো-কো-নে ক-ক-কৰিলে কৃ-কৃ-কৃষ্ণ নাম।
দে-দে-খোৱা-সি মূৰুতি নৱঘনশ্যাম॥

২য় গোপী—(কথা) সখি সকল! আহা আগেয়ে বসনাঞ্চলে বাই দেউৰ মূৰত বতাহ দিওঁ। তেওঁ সুস্থিৰ হলে সকলো বাতৰি সুধি লব পাৰিম।

(সকলে বসনাঞ্চলে বতাহদি সুস্থিৰ কৰণ)

২য় গোপী—(কথা) সখি! ব্ৰজ গোপী সকলৰ মাজত তুমিয়েই ভাগ্যৱতী। তেন্তে কোৱা সখি! প্ৰাণবন্ধু কৃষ্ণদেৱ ক'ত আছে?

১ম গোপী— (গীত)

সখি! ভাগ্যৱতী ভাবি হলোঁ গৰবিনী।
(সি দোষে তেজিলা শ্যাম গুণমণি)—
ভাগ্যৱতী ভাবি হলোঁ গৰবিনী।

৩য় গোপী— (গীত)

সখি! যিমতে কৃষ্ণ লাভ হয়, কোৱা সখি!
সিটো উপায়।—কৃষ্ণ বিনে প্ৰাণ বাহিৰায়।

১ম গোপী— (গীত)

মাগোঁ কৃষ্ণ পদে শৰণ, একমনে নাম স্মৰণ, বিনে আন নাহিক উপায়।

৪ৰ্থ গোপী— (গীত)

সখি তেন্তে ;—আহা সবে মিলি, কৰি কৃতাঞ্জলি,
ভক্তি পুষ্পাঞ্জলি, পদে কৰোঁ দান।
অৱশ্যেক হৰি, কৰুণা বিস্তাৰি,
দাসী ভাবি দিব চৰণ যে দান॥

৫ম গোপী— (গীত)

(জুমুৰ) সখি, তেনে জপোঁ অবিৰাম হে,—(কৃষ্ণ, হৰি, ৰামনাম)
জপোঁ অবিৰাম হে,—(ৰসময় কৃষ্ণনাম) জপোঁ অবিৰামহে,—
(পতিত পাৱন নাম) জপোঁ অবিৰাম হে।—

২য় গোপী—(কথা) সখি সকল! ব'লা এতিয়া এই বনৰ পৰা যমুনানৈৰ বালিত যাওঁ। সেই ঠাইতে সকলোয়ে কায়মনোবাক্যে কৃষ্ণ নমোচ্চাৰণে জীৱন ত্যাগ কৰোঁগৈ।

১ম গোপী—(কথা) সখি! তুমি ঠিকেই কৈছা। তেন্তে এতিয়া যমুনাৰ বালিলৈ যাওঁ ব'লা। (সকলোৰে প্ৰস্থান)

## (সূত্ৰধৰৰ গীত)

কৃষ্ণ হাৰা শোকাতুৰা ব্ৰজ গোপীগণ—হে।
যমুনা বালিকলৈকে কৰিলা গমন—হে॥
সূৰ্য্যহীনা পদুমই যিমত মলিনা—হে।
ধাইলা বিৰস মনে সব ব্ৰজাঙ্গনা—হে,॥
উপনীত হৈলা যাই কালিন্দীৰ পাৰে—হে।
কৃষ্ণ কৃষ্ণ বুলি সবে কান্দে উচ্চৈস্বৰে হে,॥

## ৮ম দৃশ্য

( যমুনাৰ বালিত শ্ৰীকৃষ্ণৰ আবিৰ্ভাব আৰু গোপী সকলৰ সৈতে মিলন )

১ম গোপী—( কথা ) সখি ! এই ত যমুনাৰ বালি পালোঁহি। এতিয়া ইয়াতে বহি সকলোৰে মন প্ৰাণ এক কৰি কৃষ্ণদেৱৰ চৰণ ধ্যান আৰু গুণ নাম কীৰ্ত্তন কৰোঁ আঁহা ।—

২য় গোপী—( কথা ) সখি ! আগেয়ে এবাৰ যমুনা নৈকে সোঁধো, জানোৱা তেওঁৰ ওচৰত কিবা বাতৰি পাওঁয়েই।

( সকল গোপী গীত )

সুধীৰা, সুনীলা, পুতোতোয়া, সুদূৰবৰ্ত্তিনী হে যমুনে !
আছে জানো কানু, কানোবা থানে, তযু সুবিশাল পুলিনে,
কৰে জলক্ৰিড়া, নীলকান্ত মণি, তোমাৰ শীতল জলে।
মুৰলী বজায়, তযু তটস্থিত, উঠি কদম্বৰ ডালে ॥
যদি মনমথে, দেখি থাকা ভেনে, নাভাৰিবা গোপীগণে।
কোৱা সত্য বাণী, নতু ত্ৰই জীৱন, তেজিম তযু জীৱনে ॥

৩য় গোপী—( কথা ) সখি ! যমুনাও যে আমালোকৰ কোনো কথাৰ উত্তৰ নিদিয়ে।

৪ৰ্থ গোপী—( কথা ) সখি ! এই বিপদৰ সময় আমালোকক কোনেও ফিৰি নেচায়। কিয়নো জগদ্বন্ধু কৃষ্ণ যেতিয়া বিমুখ হৈছে, তেতিয়া সংসাৰৰ সকলোয়ে আমালোকৰ প্ৰতি বহিৰ্ম্মুখ হৈ পৰিছে। থওক এতিয়া সেই কথা। সকলোয়ে এক মনে কৃষ্ণপদ ধ্যান আৰু তেওঁৰ গুণ নাম কীৰ্ত্তন কৰোঁ। আঁহা ;—

৫ম গোপী—( কথা ) বাৰু ; সেয়ে কৰা হক।

গোপী সকলৰ যমুনাৰ বালিত বহি বহি ধ্যানস্থা হৈ শ্ৰীকৃষ্ণৰ গুণানুকীৰ্ত্তন।

( গীত )

জয় জ্যোতির্ম্ময়, জগদাশ্ৰয়, জীৱগণৰ জীৱন।
মহিমাৰ ইন্দ্ৰ, করুণাৰ চন্দ্ৰ, তাপহাৰী নাৰায়ণ॥
বাৰেকৰ তৰে, দেখা দিয়া হৰি, কৰেতে ধৰি মুৰলী।
ছাৰে গোপী প্ৰাণ, তোমাৰ বিৰহে, কৃষ্ণ কৃষ্ণ কৃষ্ণ বুলি॥

সূত্ৰধৰ উক্তি গীত—

এক মনে গোপীগণে কৃষ্ণৰ চৰণ।
ধ্যানে বহি গুণ 'নাম কৰে যে কীৰ্ত্তন॥
কুল কুণ্ডলিনী জাগে সবাৰ হিয়াত।
কৃষ্ণময় দেখে যেন সমস্ত জগত॥
স্থাবৰ, জঙ্গম, অগ, নগ আদি যত।
অনলে, অনিলে কৃষ্ণ দেখে যে বেকত॥
উৰণ, বুৰণ, যত গজন, ভ্ৰমণ।
সৰ্ব্ব জীৱে কৃষ্ণময় কৰে নিৰীক্ষণ॥
আপনাকে আপনি ভাৱয় কৃষ্ণ যেন।
কৃষ্ণ চেষ্টা কৰে মাথোঁ নাভাবয় আন॥

( ধ্যানস্থা গোপী সকল গীত গাই উঠিল )

১ম গোপী—( গীত ) সখি হে! আহিছে কানাই।
( দিলা দেখা দামোদৰ মুৰলী বজাই )—আহিছে কানাই।

২য় গোপী—( গীত ) হেৰা সখি, মেলা আঁখি কৰা নিৰীক্ষণ।
সম্মুখে থিৰ দি আছে শ্ৰীনন্দ নন্দন॥

৩য় গোপী—( গীত ) আহিছে হি বাসুদেৱ, ( আঁহা সখি কৰোঁ সেৱ)—
আহিছে হি বাসুদেৱ।

৪ৰ্থ গোপী—( গীত ) সখি, কি হেন আনন্দ ;—( শুভোদয় শ্ৰীগোবিন্দ )—
সখি কি হেন আনন্দ ;—

৫ম গোপী—( গীত ) দিয়া সখি জয় ! জয় !! ( কৃষ্ণচন্দ্ৰ হইলা উদয় )—
দিয়া সখি, জয় ! জয় !! ( নাহি চিন্তা নাহি ভয় )—
দিয়া সখি জয় ! জয় !!

১ম গোপী—( জুমুৰ ) সখি মৰোযে কানু, ( বজাওঁ বেণু চৰাওঁ ধেনু )—
মৰো যে কানু ;

২য় গোপী—( জুমুৰ ) সখি মৰো যে শ্ৰীনন্দ নন্দন, (পুতনাৰ শোষো স্তন)—
মৰো যে শ্ৰীনন্দ নন্দন ;—

৩য় গোপী—( জুমুৰ ) সখি মৰো যে বাসুদেৱ সুত, ( জাম্পদিওঁ কালীৰমাথ )—
মৰো যে বাসুদেৱ সুত ;—

৪ৰ্থ গোপী—(জুমুৰ) সখি মৰো যে দৈবকী নন্দন, (বকাসুৰৰ বধোঁ প্ৰাণ)—
মৰো যে দৈবকী নন্দন ;—

৫ম গোপী—( জুমুৰ ) সখি মৰো যে কৃষ্ণগিৰি হাতে, ( কি কৰিব বৃষ্টি বাতে )—
মৰো যে কৃষ্ণ গিৰি হাতে !

( শ্ৰীকৃষ্ণৰ আবিৰ্ভাব )

সূত্ৰধৰ উক্তি গীত—

সিদ্ধকাম গোপীগণ জানি নাৰায়ণ।
মদন মোহন ৰূপে দিলা দৰশন ॥

মৃতকৰ দেহে জীৱ আহিলে যেনেই।
কৃষ্ণক দেখিয়া গোপী সবেও তেনেই ॥

১ম গোপী—( কথা ) সখি! এই যে মোৰ প্ৰাণৰ কৃষ্ণদেৱ।

২য়, ৩য়, ৪ৰ্থ আৰু ৫ম গোপী—( কথা ) সকলোৰেই প্ৰাণৰ কৃষ্ণদেৱ।

( সকলো গোপীয়ে কৃতাঞ্জলি পুটে )

( গীত )

দিয়া পদ পল্লৱ, হে গোপী বল্লভ,—(আমি সবে পাতকিনী নাৰী )—
দিয়া পদ পল্লব, হে গোপী বল্লভ ;—( তুমি পতিত পাৱন হৰি )—
দিয়া পদ পল্লৱ, হে গোপী বল্লভ ;—
কৃপা কৰা এক বিন্দু : ( কৃপা কৰা এক বিন্দু হে হৰি )
কৃপা কৰা এক বিন্দু ;—
দাসী ভাবি মনে, গোপবালাগণে, পাৰ কৰা ভব সিন্ধু ॥

সূত্ৰধৰৰ উক্তি— ( গীত )

আকোঁৱালী ধৰি কৃষ্ণ তুলে গোপীগণে।
সবাক সান্ত্বনা দিলা মধুৰ বচনে ॥
( শ্ৰীকৃষ্ণে গোপী সকলক আকোঁৱালী তুলি লৈ )

( গীত )

উঠা উঠা গোপীগণ, নোহাৱা কাতৰ মন,
শুনা মোৰ নিগূঢ় বচন— শুনা মোৰ নিগূঢ় বচন হে,—
শুনা মোৰ নিগূঢ় বচন।
একান্তে ভজিছা মোক, সি পৰীক্ষা তোমাসাক,
কৰিবলৈ হলোঁ অন্তৰ্দ্ধান—

কৰিবলৈ হলোঁ অন্তৰ্দ্ধান হে,—কৰিবলৈ হলোঁ অন্তৰ্দ্ধান ॥
(জুমুৰ) নাভাবিবা আন হে, ( হই আছা পূৰ্ণকাম ) নাভাবিবা আন ।

## ( গোপী সকলৰ গীত )

ত্ৰিতাপহাৰী তোমাৰ চৰণ, (দূৰ হল জ্বালা কৰি দৰশন )—
ত্ৰিতাপহাৰী তোমাৰ চৰণ ;—

সূত্ৰধৰৰ উক্তি—

গীত

গোপীগণে প্ৰবোধিয়া সুৰস বচনে।
পুনু কৃষ্ণ ৰাসকেলী কৰে আৰম্ভণে ॥
নানান ভঙ্গিতে হৰি গোপীক ক্ৰীড়িলা।
মদনে পীড়িতা গোপী সবে ভাগৰিলা ॥

শ্ৰীকৃষ্ণ (কথা) গোপী সকল !

(গীত) প্ৰেম আলিঙ্গন, দিয়ে গোপীগণ, মদনে পীড়য়।

গোপী সকল—(গীত) উৰুনীয়া চৰাইৰ মন, এড়ালতে নাহি ৰয় ॥

শ্ৰীকৃষ্ণ—(গীত) অবুজন মন, নুশুনে বাৰণ।

গোপী সকল—(গীত) ক্ষন্তেকৰ মিলনত মনৰ ধাউতি নুপূৰয় ॥

শ্ৰীকৃষ্ণ—(গীত) প্ৰণয়ৰ বাণে, হাণে যে পৰাণে।

গোপী সকল—(গীত) মৌ পোকে বিন্ধে, বুলি কোনে মৌৰ ৰস পাৰি নাখ

শ্ৰীকৃষ্ণ—(কথা) গোপী সকল ! সৌ পূব পিনে চোৱা ; নিশা অৱসান হৈছে। এতিয়া তোমালোকে নিজ নিজ গৃহলৈ গৈ পতি পুত্ৰ লৈ পৰম সুখ শান্তিতে গাৰ্হস্থ্য ধৰ্ম্ম পালন কৰি জীৱন কটোৱা।

১ম গোপী—(কথা) গোপী বল্লভ ! দাসী সকলৰো মনস্কামনা পূৰ্ণ হৈ কিন্তু শেষ ভিক্ষা এই অন্তিম কালে যেন সবংশে অভাগিনী সকলক পদ স্থান দান কৰা।

শ্ৰীকৃষ্ণ—(কথা) বাৰু, তোমালোকৰ আশা পূৰ্ণ হোক।

(শ্ৰীকৃষ্ণৰ অন্তৰ্দ্ধান আৰু গোপীসকলৰ প্ৰস্থান)

সূত্ৰধৰৰ উক্তি— গীত

শ্ৰীকৃষ্ণৰ ৰাসকেলি সমাপতি হৈলা হে।
নাট ৰূপে মূঢ় হৰ কিশোৰে ৰচিলা হে॥
যদি থাকে কোনৰূপ পদত দোষণ হে।
সাধু সমাজৰ হয় ক্ষমাই ভূষণ হে॥
সবাৰো চৰণে কৰোঁ সৰল গোহাৰি হে।
ভব সিন্ধু তৰিবাৰে ৰোলো হৰি হৰি॥

যৱনিকা পতন।



এই কীৰ্ত্তন ভাওনাখনি কোন সদাশয় নাট ভাওনা কৰোঁতে গীতৰ সুৰ, তাল, মান আদি ঠিক কৰিব নোৱাৰিলে অনুগ্ৰহ কৰি ৰচোঁতাৰ ান্ধান কৰে যেন। এইয়ে মোৰ প্ৰাৰ্থনা। ইতি—